# বৰপেটাৰ বুৰঞ্জী

শ্ৰীদিগম্বৰ দাস

জীৱন জেউতি প্ৰকাশন
বৰপেটা

**BARPETAR BURANJI :— *A history of Barpeta written by Digambar Das and published by Chittaranjan Das, Jivan-Jeuti Prakashan, Dakshinhati Ramprasad Road, Barpeta, 1st Edition, June, 1995, Price Rupees Forty Only.***

---

প্ৰকাশক :

শ্ৰীচিত্তৰঞ্জন দাস

জীৱন-জেউতি প্ৰকাশন

দক্ষিণহাটী, ৰামপ্ৰসাদ ৰোড,

বৰপেটা— ৭৮১৩০১

প্ৰকাশ :

প্ৰথম সংস্কৰণ জুন, ১৯৯৫ ইং

বেটুপাত :

শ্ৰীবেণুধৰ দাস

বৰপেটা

মুদ্ৰক :

শ্ৰীভুবন দাস

লক্ষ্মী প্ৰেছ

জনীয়া পথ, বৰপেটা

মূল্য— ৪০·০০ টকা মাত্ৰ।

# প্ৰস্তাৱনা

বিশ্ব-বিশ্ৰুত জাৰ্মান পণ্ডিত মেক্সমুলাৰে কৈছিল যে, "যি জাতিয়ে নিজৰ অতীজৰ ইতিহাস আৰু সাহিত্যত গৌৰৱ অনুভৱ নকৰে, সি তাৰ জাতীয় চৰিত্ৰৰ আধাৰ শিলাকো হেৰুৱায়।" আন এগৰাকী বিশ্ব-বিশ্ৰুত দাৰ্শনিক ফৰাচী দেশৰ ভল্‌টেয়াৰে লিখিছিল— "অতীতৰ মাজত বৰ্ত্তমান জন্মগ্ৰহণ কৰি থাকে, আৰু বৰ্ত্তমানেই ভবিষ্যতৰ জনক; ইয়াৰ পূৰ্ব্বাপৰ সম্পৰ্কৰ কেতিয়াও অন্যথা নহয়।" এনেদৰে বিশ্বৰ মহান লেখক সকলে মানুহৰ জাতীয় জীৱনত ইতিহাসৰ গুৰুত্ব নিৰ্ণয় কৰি থৈছে।

আঞ্চলিক ভিত্তিত অসমত 'মঙ্গলদৈৰ বুৰঞ্জী'ৰ পৰা আৰম্ভ কৰি কেবাখনো ইতিহাস ইতিমধ্যে প্ৰকাশ পাইছে। সেই আৰ্হিতে বৰপেটাৰ এখন আঞ্চলিক বুৰঞ্জীৰ প্ৰয়োজন অনুভৱ কৰি আমাৰ ক্ষুদ্ৰ বিদ্যা-বুদ্ধিৰে এই গ্ৰন্থখন প্ৰস্তুত কৰি ৰাইজলৈ আগ বঢ়োৱা হ'ল। পুথিখনৰ কোনো বিষয়ত যদি কিবা ভুল-ত্ৰুটি হৈছে, তাৰ বাবে সহৃদয় পাঠক ৰাইজৰ ওচৰত ক্ষমা মাগিছো।

এই গ্ৰন্থখন প্ৰণয়ন কৰোঁতে তলত উল্লেখ কৰা ব্যক্তিসকলে নানা প্ৰকাৰে সহায় কৰিছে। তাৰ বাবে তেওঁলোকৰ'ল আমাৰ আন্তৰিক কৃতজ্ঞতা আৰু শুভেচ্ছা থাকিল—

হাউলীৰ শ্ৰীযাদব চন্দ্ৰ দাস, বৰপেটাৰোডৰ শ্ৰীফুলকুমাৰী কলিতা আৰু মানাহ ব্যাঘ্ৰ প্ৰকল্পৰ আগৰ সঞ্চালক শ্ৰীপৰমানন্দ লাহন, বৰপেটাৰ সৰ্বশ্ৰী বিজনলাল চৌধুৰী, প্ৰসন্ন কুমাৰ বায়ন, ৰুকনা দত্ত, ভূমিধৰ দাস, অক্ষয় কুমাৰ মিশ্ৰ, এম ইলিয়াছুদ্দিন দেৱান,

ছিৰেণ দাস, বিমল দাস, হেৰম্ব বৰুৱা, অনিৰুদ্ধ দাস আৰু বিয়া-গীতৰ বাবে লক্ষণা দাস আৰু ছবিবালা দাস।

বেটুপাতৰ শিল্পী শ্ৰীবেণুধৰ দাস আৰু শ্ৰীজ্ঞানেন্দ্ৰ বৰকাকতি, লক্ষ্মী প্ৰেছৰ গৰাকী শ্ৰীভুবন দাস আৰু কৰ্মীবৃন্দলৈও ধন্যবাদ জ্ঞাপন কৰিলো। ইতি

বৰপেটা
১/৩/২৫ ইং

শ্ৰীদিগম্বৰ দাস

# প্ৰথম অধ্যায়

## ভৌগোলিক পৰিচয়

**অৱস্থিতি**— উত্তৰ অক্ষাংশৰ ২৬°২′ ৰ পৰা ২৬°৫০′ লৈ আৰু পূৱ দ্ৰাঘিমাংশৰ ৯০° ৪০′ ৰ পৰা ৯১°২৪′ লৈ– ইয়াৰ মাজত থকা ভূমিখণ্ডই হ'ল বৰপেটা অঞ্চল বা এতিয়াৰ বৰপেটা জিলা। উত্তৰ-পূব ভাৰতৰ অসম উপত্যকাৰ নামনি ভাগত এই জিলা অৱস্থিত। ইয়াৰ উত্তৰে ভূটান পৰ্বত, দক্ষিণে ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণ পাৰ, পূৱে নলবাৰী জিলা আৰু পশ্চিমে কোকৰাঝাৰ আৰু বঙাইগাওঁ জিলা। এসময়ত বৰপেটা জিলাৰ উত্তৰৰ সংৰক্ষিত বনাঞ্চল আৰু তাৰ পৰা ভালেখিনি দক্ষিণে বৰ্ত্তমান গোবৰ্দ্ধনা মৌজাৰ চাফাকামাৰলৈ ভূটান ৰাজ্যৰ সীমা আছিল। ১৮৬৪-৬৫ খৃষ্টাব্দৰ ভোটান যুদ্ধৰ পৰিণতি স্বৰূপে ইংৰাজ চৰকাৰে ভূটান পৰ্বতৰ পাদদেশলৈ সমগ্ৰ 'দুৱাৰ' অঞ্চল অধিকাৰ কৰিছিল[১]।

**নাম**—জিলাৰ সদৰ ঠাই বৰপেটাৰ নাম অনুসৰি জিলাখনৰ নাম বৰপেটা হৈছে। পূৰ্বতে বৰপেটা ঠাইখন তাঁতীকুছি, পোৰাভিঠা, মথুৰা, বৃন্দাবন, চৌখুটিস্থান, নবৰত্নৰ সভা, ইচ্ছাকুছি, পুষ্পক বিমান, কামপুৰ আৰু বৰপেটা— এই দহোটা নামেৰে জনা গৈছিল[২]। এই নামবিলাকৰ কিছুমান নাম একে সময়ত প্ৰচলিত থকা দেখা যায়। উদাহৰণ স্বৰূপে, বৰপেটা সত্ৰৰ বঙিয়াল গৃহটি দাহৰ

---

(১) খাঁ চৌধুৰী আমানত উল্লা আহমদৰ 'কোচবিহাৰেৰ ইতিহাস' (১ম খণ্ড), পৃষ্ঠা ৩১৭।

(২) গোকুল পাঠকৰ— 'বৰপেটা সত্ৰৰ ইতিহাস' (৪ৰ্থ সংস্কৰণ), পৃষ্ঠা ৩।

পাছত মথুৰাদাস বুঢ়াআতা বেহাৰলৈ যাওঁতে যেতিয়া মহাপুৰুষ শ্ৰীমাধৱদেৱে তেওঁক থানৰ বাতৰি সুধিছিল, তেতিয়া গুৰুজনাই কথা-প্ৰসঙ্গত 'বৰপেটা'ৰ উপৰিও 'তাঁতীকুছি', 'পোৰাভিঠা' আৰু 'চৌখুটিস্থান'ৰ নাম উল্লেখ কৰিছিল[৩]। এই নামবিলাকৰ উৎপত্তি সম্বন্ধে যিমান দূৰ সম্ভৱ এটা চমু আভাস দিবলৈ প্ৰয়াস কৰা হৈছে —

তাঁতীকুছি— একালত (অনুমান চতুৰ্দ্দশ শতাব্দীত) শিৱসাগৰ জিলাৰ ধন-খোকোৰা নামৰ গাওঁৰ তাঁতী লোকসকলে মহামাৰীৰ প্ৰকোপত তিষ্ঠিব নোৱাৰি গাওঁ এৰি নামনি অঞ্চললৈ আহিছিল আৰু বৰ্ত্তমান বৰপেটা কীৰ্ত্তনঘৰৰ সমীপবৰ্ত্তী অঞ্চলত বসবাস কৰিছিল। তেওঁলোকৰ নামৰ পৰাই ঠাইখণ্ডৰ নাম তাঁতীকুছি হৈছিল বুলি জনা যায়।

পোৰাভিঠা— মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ ১৪৬৮ শকত উজনিৰ পৰা ভটিয়াই আহি বৰপেটাৰ উত্তৰস্থ পালেংদিবৰীৰ চুণপোৰা ভিঠাত সত্ৰ স্থাপন কৰি কিছু কাল নিবৰ্ত্তিছিল। চুণপোৰা ভিঠাৰ নামৰ পৰাই সমগ্ৰ বৰপেটা ঠাইখণ্ডক আদিতে পোৰাভিঠা বা পোৰাভিঠাস্থান বুলিছিল। মতান্তৰে, জুয়ে পোৰা ৰভিয়াল ঘৰৰ ভিঠাত পুনৰ সত্ৰ নিৰ্মাণ হৈছিল বাবে এই নাম।

মথুৰা— মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে সুন্দৰীদিয়া সত্ৰ পৰিত্যাগ কৰি তাঁতীকুছিলৈ আহোঁতে তেৰাই এই ঠাইখনত মথুৰাপুৰী সদৃশ কিছুমান লক্ষণ দেখা পাই, ইয়াতে কীৰ্ত্তনঘৰ সজাই সত্ৰ স্থাপন কৰিছিল আৰু তেৰাৰ পৰম ভক্ত মথুৰাদাসক (গোপাল তাঁতী)

---

(৩) অৰ্জুন চন্দ্ৰ দাসৰ 'মহাপুৰুষীয়া ধৰ্মৰ পৰম্পৰা', পৃষ্ঠা ২৮-২৯ ।

ঠাইখণ্ড মথুৰাপুৰীৰ নিচিনা জ্ঞান কৰিবলৈ উপদেশ দিছিল[৪]। সেইকাৰণে আজিও তিনিও ৰাজ্যৰ ভকতে বৰপেটাক অসমৰ মথুৰাপুৰী বুলি কয়।

বৃন্দাবন— মহাপুৰুষ মাধৱদেৱে সুন্দৰী সত্ৰৰ পৰা বৰপেটালৈ আহোঁতে বৰপেটা বিলৰ পূব পাৰত কিছুক্ষণ জিৰাইছিল। তেখেতে সেই ঠাইত বৃন্দাবনৰ নিচিনা পৰিবেশ দেখা পাই আনন্দত কৃষ্ণ-কথা কীৰ্ত্তন কৰিছিল আৰু দুটা বৰগীত ৰচনা কৰি গাইছিল। তাৰে প্ৰথমটো হ'ল— “আলো ভাই, চল আইস যাওঁ বৃন্দাবনে। দেখোঁ গৈয়া আনন্দ নয়নে ॥” ইত্যাদি। এই বৃন্দাবনৰ স্মৃতি স্বৰূপে বৰপেটাৰ মধ্যস্থ সুবৃহৎ হাটীখনৰ নাম বৃন্দাবনহাটী ৰখা হৈছে।

চৌখুটিস্থান— মহাপুৰুষ শ্ৰীমাধৱদেৱে বৰপেটা সত্ৰ স্থাপন কৰাৰ পাছত সত্ৰৰ চাৰিও কোণত চাৰিটা হদ বা খুটি (সীমা) স্থাপন কৰি বন্তি জ্বলাই ভগৱানৰ নাম-গুণ কীৰ্ত্তন কৰিছিল। এই হদৰ উত্তৰে পুখুৰীৰ পাৰৰ বাহা, দক্ষিণে বালাৰ বাহা, পূবে বৰবাহা আৰু পশ্চিমে ফুলবগুৰিৰ বাহা এতিয়াও আছে। এনেকৈ প্ৰথমাৱস্থাত বৰপেটা থান চৌখুটি অৰ্থাৎ চাৰি খুটিৰ স্থান বুলিও প্ৰসিদ্ধ হৈছিল। পৰবৰ্ত্তী কালত সত্ৰখনৰ সীমা বৰ্দ্ধিত হৈছিল।

নৱৰত্নৰ সভা— বৰপেটাত সত্ৰ স্থাপিত হোৱাত নাৰায়ণদাস ঠাকুৰ আতা প্ৰমুখ্যে ন জন আতা পুৰুষে মাধৱদেৱৰ পাশলৈ আহি কৃষ্ণ-কথা আলোচি পৰমানন্দ সুখত মজি আছিল আৰু লগতে ধৰ্ম প্ৰচাৰ সম্বন্ধীয় বিবিধ বিষয়ৰ আলোচনা কৰিছিল। মহৎ গুণ-সম্পন্ন ৰত্নৰ তুল্য এই আতা পুৰুষ সকলৰ আলোচনা-

---

(৪) “সত্য সত্য ইটো থান মথুৰা দেখিবা
আমাৰ প্ৰমাণে তুমি ভয় নকৰিবা ॥” —দৈত্যাৰি ঠাকুৰ

সভা তথা ঠাইখণ্ড নৱৰত্নৰ সভা বুলি খ্যাত হৈছিল।

ইচ্ছাকুছি— বৰপেটা সত্ৰৰ দক্ষিণ মূৰত অৱস্থিত অঞ্চলটোৰ পুৰণি নাম আছিল ইচ্ছাকুছি য'ত মথুৰাদাস বুঢ়াআতাই সৰুতে বিদ্যা শিক্ষা লাভ কৰিছিল। এই নামৰ পৰাই বৰ্ত্তমান ঠাইখণ্ড ইচ্ছাপুৰহাটী নামে জনাজাত।

পুষ্পক বিমান আৰু কামপুৰ নাম সম্বন্ধে নিৰ্ভৰযোগ্য তথ্যৰ অভাৱ বুলিয়ে কব পাৰি।

বৰপেটা নামটো শেহতীয়া। ৰামচৰণ ঠাকুৰ আৰু তেওঁৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ বিৰচিত গুৰুচৰিত দুখনত 'বৰপেটা' নামটো আছে। এই দুই গৰাকী চৰিতকাৰ বৰপেটা সত্ৰৰ প্ৰথম জনা অধিকাৰ শ্ৰীশ্ৰীমথুৰা দাস বুঢ়াআতাৰ সমসাময়িক আছিল। গতিকে মথুৰাদাসৰ জীৱন কালতে 'বৰপাট' বা 'বৰপাটা' নামটো 'বৰপেটা' নামলৈ ৰূপান্তৰিত হৈছিল বুলি থিৰাং কৰিব পাৰি। কথা-গুৰুচৰিতত [৫] পাটবাউসী, সুন্দৰীদিয়া আৰু বৰপেটাৰ চুণপোৰা ভিঠিৰ নামৰ অন্বয় একাধিক প্ৰকাৰে উল্লেখ কৰা আছে। 'বৰপেটা' নামৰ উৎপত্তি সম্বন্ধে গুৰুচৰিতত একো উল্লেখ নাথাকিলেও, আগৰ দিনৰ সাধু-সন্ত, ভকত-সজ্জনৰ পৰা মুখে মুখে একাধিক অন্বয় চলি আহিছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ কৃপা গুণে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে একশৰণ হৰি-নাম ধৰ্মৰ "পাট" (বেদী/সিংহাসন) আনি তাঁতীকুছিত থাপনা কৰিছিল আৰু সময়ত এই ঠাই 'বৰ' (প্ৰধান) ধৰ্মস্থান হোৱা হেতুকে ঠাইৰ নাম 'বৰপাট' বা 'বৰপাটা' হৈছিল। দ্বিতীয়তে, শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰপেটাৰ চুণপোৰাত পদাৰ্পণ কৰা সময়ত আৰু তাৰ পূৰ্বৰে পৰা ঠাইখণ্ডত এটা বিস্তৃত বিল বা পিটনি আছিল।

---

*(৫) বৰপেটা সত্ৰৰ পৰা সংগৃহীত আৰু উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ দ্বাৰা সম্পাদিত, পৃষ্ঠা ৭৮, ১০০, ৭৩৩।*

সেই 'বৰ' বা ডাঙৰ 'পিটনি'ৰ পৰা 'বৰপিট' আৰু পিছলৈ 'বৰপেটা' নামৰ উৎপত্তি হয় বুলিও কোনো কোনোৱে কয়। আন এটা মত, একালত হেনো বৰপেটা ঠাইখণ্ড বৰলুইত বা ব্ৰহ্মপুত্ৰ নদীৰ পেট বা মাজ আছিল। সেইকাৰণে ঠাইৰ নাম বৰপেট/বৰপেটা হৈছিল। 'বৰপেটা' নামটোৰ উৎপত্তি সম্বন্ধে বিভিন্ন মত থাকিলেও প্ৰথমত উল্লেখিত অৰ্থটো অধিক যুক্তিপূৰ্ণ আৰু বিশ্বাসযোগ্য যেন লাগে। আজিৰ দিনতো বৰপেটাৰ ভকতে (বিশেষকৈ বয়োবৃদ্ধ সকলে) বহাগৰ সাত দোমাহীৰ পিছদিনাখন বৰনামৰ অন্তত বৰপেটা কীৰ্ত্তনঘৰৰ মঠৰ চোতালত গৈ যি 'থান-বন্দনাৰ' ঘোষা গায়, তাত বৰপেটা নামটো 'বৰপাটা' বুলি উচ্চাৰণ কৰা শুনা যায়। যেনে,

(১)

অ' হৰি এ হে বেহাৰে মধুপুৰ।
কামৰূপে বৰপাটা, উজানে কমলাবাৰী॥
(ঘোষাৰ পাছত দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিতৰ পৰা পদ গায়—
আত অনন্তৰে সাধুজন শুনা কথা।
গৈলন্ত মথুৰাদাস মাধৱৰ তথা॥
পুছিলা মাধৱদেৱে মথুৰাদাসত।
ভালে আছে কামৰূপে সমস্ত ভকত॥ ইত্যাদি)

(২)

অ' হৰি এ হে তিনি ৰাজ্যৰ বন্দনী থান বৰপাটা।
এনে থানৰ অধিকাৰী ভৈলা বুঢ়াআতা॥
(এইটো ঘোষাৰ পাছত উপৰোক্ত গুৰুচৰিতৰ পৰা পদ গায়—
আছন্ত মথুৰাদাস বেহাৰ থানত।
মাধৱদেৱৰ সঙ্গে হৰিষে মনত॥

পুনৰপি বৰপেটা যাইবাক ইচ্ছায়।
দিনেক মথুৰাদাসে কৰিলা বিদায়॥ ইত্যাদি)

**উপবিভাগ**— বৰপেটা জিলাৰ মাটিকালি ৩৩০৭.৩ বৰ্গ কিলোমিটাৰ। ভুটান পৰ্বতৰ পৰা দক্ষিণলৈ সোমাই অহা কিছু ঠাল-ঠেঙুলি আৰু দক্ষিণে ব্ৰহ্মপুত্ৰৰ কাষত থকা বাঘবৰ, ফুলৰা আৰু চতলা নামে তিনিটা টিলা পাহাৰত বাহিৰে বৰপেটা সমতল ভূমি। এই সমতল ভূমি উত্তৰৰ পৰা দক্ষিণলৈ বিস্তৃত আৰু এচলীয়া। উত্তৰাংশৰ মাটি পাতল আৰু শিল-বালিময়। সমতল ভূমি মূলতেঁ পলসুৱা— বালি আৰু বোকাৰে মিশ্ৰিত। ব্ৰহ্মপুত্ৰৰ মাজত সৃষ্টি হোৱা ডাঙৰ ডাঙৰ বালি-চাপৰিবোৰক চৰ বোলে। বাৰিষা কালত নদীৰ সোঁতৰ গতিপথ পৰিবৰ্ত্তণৰ কাৰণে কিছুমান চৰ আংশিক অথবা সম্পূৰ্ণভাৱে বিলুপ্ত হয় আৰু আন ঠাইত নতুন চৰৰ সৃষ্টি হয়। এনেকুৱা চৰবিলাকত আগতে জনবসতি নাছিল। চলিত শতাব্দীৰ আৰম্ভৰ পৰা পূৰ্ব বঙ্গৰ (এতিয়া বাংলাদেশ) পমুৱা লোক আহি তাত বসবাস আৰম্ভ কৰে।

আদিতে বৰপেটাৰ উপবিভাগ যথেষ্ট ওখ আছিল। নদী-বিলাকৰ তলি গভীৰ আছিল আৰু দুয়ো পাৰ হাবি-বননিৰে ভৰা আছিল বাবে ডাঙৰ বানপানী নহৈছিল। ইং ১৮৯৭ চনৰ ১২ জুন তাৰিখৰ বৰভূমিকম্পত বৰপেটাৰ দক্ষিণাংশ বিশেষকৈ উত্তৰে হাউলী অঞ্চলৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰৰ পাৰলৈ বিস্তৃত অঞ্চল ঠাই বিশেষে ৫/৬ ফুটৰ পৰা ১০/১২ ফুট তললৈ বহি গৈছিল আৰু নদীবিলাকৰ তলি ওপৰলৈ উঠি আহিছিল। তেতিয়াৰ পৰা প্ৰবল বানপানী হব ধৰিলে আৰু তাৰ ফলত সেই ঠাইৰ থলুৱা বাসিন্দাসকলে নিজ ঘৰবাৰী এৰি উত্তৰৰ ওখ ঠাইলৈ গমণ কৰিলে। পৰবৰ্ত্তী কালত অসমৰ বাহিৰৰ পৰা পমুৱা লোক আহি খালি

ঠাইবোৰ পূৰণ কৰিছিল। বৰভূমিকম্পটোৰ কেন্দ্ৰস্থল (epicentre) বৰপেটা চহৰৰ ওচৰত আছিল। ১৫৮৪ আৰু ১৬৪২ চনতো দুটা ডাঙৰ ভূমিকম্পৰ কথা গেইট চাহাবৰ অসমৰ বুৰঞ্জীত উল্লেখ আছে।

নদী—(১) ভুটান হিমালয়ৰ পৰা উৎপত্তি হোৱা মানাহ নামৰ নৈখন বুৰঞ্জীপ্ৰসিদ্ধ। মোগল আৰু আহোমৰ মাজত হোৱা কেবা-খনো ৰণৰ চুক্তিত এই নৈখন দুই ৰাজ্যৰ সীমা নিৰ্দ্ধাৰিত হৈছিল। কিছুমান খণ্ডত মানাহ নৈখন বৰপেটা জিলাৰ পশ্চিম সীমা হৈ আছে। আগৰ বগৰিবাৰী পৰগণাৰ মাজেদি বৈ গৈ যোগীঘোপাৰ ওচৰত ব্ৰহ্মপুত্ৰত মিলিছেগৈ। বাৰিষা ব্ৰহ্মপুত্ৰৰ প্ৰবল সোঁত এৰাই নাওবিলাকে মানাহেদি উজাই চাউলখোৱা নদীত সোমাই হাজোলৈ আৰু তাৰ পৰা গুৱাহাটীলৈ অহাযোৱা কৰিব পাৰিছিল। মানাহ নদীখনক আগতে বৰমানাহ বা জীয়া-মানাহও বুলিছিল [৬]। এই বৰমানাহৰ পৰা এটা শাখা মঠৰগুৰিৰ ওচৰত ফাটি ওলাই আহি গোবৰ্দ্ধনা-হাউলী অঞ্চলৰ মাজেদি বৈ গৈ বৰপেটা চহৰৰ অলপ দূৰ উত্তৰে চাউলখোৱাত পৰিছিল। বুৰঞ্জী আৰু গুৰুচৰিতত এই শাখা নদীখন মানাহ অথবা সৰুমানাহ বুলি আছে। উনৈশ শতিকা পৰ্যন্ত এই নদীখন গভীৰ আৰু কোবাল আছিল। ইয়াৰ পাৰতে মহাৰাজ নৰনাৰায়ণে বুৰঞ্জীপ্ৰসিদ্ধ বৰনগৰ স্থাপন কৰিছিল। বাৰিষা এই নদীয়েদি ভুটান পৰ্বতৰ পৰা ইমান কাঠ ভাহি আহিছিল যে, মানুহে সেই কাঠৰ ওপৰেদি নদী ইপাৰ সিপাৰ হব পাৰিছিল। পৰৱৰ্ত্তী কালত নৈখন ভৰাং পৰি যোৱাত এতিয়া ঠায়ে ঠায়ে ইয়াৰ সাঁচটোহে দেখা যায় আৰু ইয়াক মৰামানাহ বোলে।

---

*(৬) বিদ্যানন্দ ওজা কৃত 'ঠাকুৰ চৰিত' (ড° কেশৱানন্দ দেৱ গোস্বামী সম্পাদিত)। কামৰূপ জিলা গেজেটিয়াৰ ১৯০৫ চন (বি. চি. এলেন সম্পাদিত)*

(২) চাউল খোৱা— একালৰ এই গভীৰ আৰু বহল নৈখন ভুটান পৰ্বতৰ পৰা ওলাই উত্তৰ কামৰূপৰ মাজেদি বৈ গৈ বৰপেটাৰ পশ্চিমে মানাহ নদীত পৰিছে। শঙ্কৰী যুগত চাউলখোৱা নদীখনক বুঢ়ীলুইত বা বুঢ়ীলোহিত্য বুলিছিল। শেহভীয়াকৈ ৰচিত (অনুমান ১৭১৬ খৃঃত) কথা-গুৰুচৰিততো বুঢ়ীলুইত বুলিহে উল্লেখ আছে। বুঢ়ালুইতৰ (ব্ৰহ্মপুত্ৰৰ) লগত হাজো সোঁতাৰে সংলগ্ন থকা বাবে এই নদীখনক বুঢ়ীলুইত বুলিছিল। বেণুধৰ শৰ্মা সম্পাদিত ডাঃ জন পিটাৰ ৱেডৰ অসম বুৰঞ্জীত ১৮০০ খৃ.ত লিখা A Geographical Sketch of Assam'ত চাউলখোৱা নদীৰ নাম আৰু বিৱৰণ পোৱা যায়। তাৰ পাছত কোনো গ্ৰন্থতে বুঢ়ীলুইতৰ উল্লেখ পোৱা নাযায়। গতিকে ওঠৰ শতিকাৰ মাজ ভাগমানৰ পৰা 'বুঢ়ীলুইত'ৰ নাম 'চাউলখোৱা' হৈছিল বুলি অনুমান কৰিব পাৰি। বহিৰাগত আক্ৰমণকাৰীসকলে তেওঁলোকৰ অসম অভিযানত এই জলপথটো ব্যৱহাৰ কৰিছিল।

(৩) বেকী— আগতে বেকী এটা সৰু জুৰিৰ নিচিনা আছিল। উনৈশ শতিকাৰ শেষ ভাগত সৰু মানাহৰ গতিপথ পৰিবৰ্ত্তণৰ ফলত বেকী নদীৰ উৎপত্তি হৈছিল আৰু নৈখন চাউলখোৱা নদীত পৰিছিল। আধুনিক কালত বেকী খৰস্ৰোতা আৰু বহল হৈ উঠে আৰু চাউলখোৱা অতিক্ৰম কৰি বাঘবৰ অঞ্চলৰ মাজেদি বৈ গৈ ব্ৰহ্মপুত্ৰত মিলিছেগৈ। ৰৰফপুষ্ট এই নৈ খন জোঙাভৰা (Mahseer) শিলঘঁৰীয়া ৰৌ, পুঠিদৰ আদি মিঠা মাছৰ বাবে প্ৰসিদ্ধ। মানাহ অভয়াৰণ্যৰ মাজেদি বৈ অহা এই নদীখনৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম।

(৪) কালদিয়া } এই দুৰণি নৈ দুখন ভুটানৰ পৰা ওলাই
(৫) পহুমাৰা } চাউলখোৱাত পৰিছে। জলপথেদি যোগাযোগ

নথকা কালত এই ছুখন নদীৰে বজালী পৰগণাৰ লগত বৰপেটা-বাউসীৰ বেহাবেপাৰ চলিছিল। চলিত শতাব্দীৰ আগ ভাগলৈকে এই নদী ছুখন ইমান গভীৰ আছিল যে, বাৰিষা কালত সক নাওবোৰ ভুটান পাহাৰৰ পাদ দেশলৈ আৰু খৰালি কালতো বজালীৰ ভালেখিনি উত্তৰলৈ যাব পাৰিছিল।

(৬) নখান্দা— চাউলখোৱা নদীৰ এই সুঁতিটো অনুমান সোতৰ শতিকাত উৎপত্তি হৈছিল। বৰপেটা চহৰৰ পূবে থকা জান-জুৰি আৰু কটকতলি বিল আদি সংলগ্ন কৰি সুঁতিটো প্ৰবল হয় আৰু পশ্চিমলৈ খান্দি বৈ যায়। সেইকাৰণে ই ন-খন্দা বা নখান্দা নাম পায়। কুৰি শতিকাৰ আগ ভাগৰ পৰা চাউলখোৱা নদী মৰি অহাত টিহু, বুঢ়াদিয়া, কালদিয়া, পছমাৰা আদি উপনৈ সমূহৰ পানী নখান্দা সুঁতিয়েদি বৰলৈ ধৰে। এই জীণ্ণনৈখনৰ মাছ বৰ তৃপ্তিকৰ।

(৭) পল্লা— ভুটানৰ পৰা প্ৰবাহিত চাউলখোৱাৰ এই উপ-নৈখনৰ পুৰণি নাম আছিল পোবোলা। ইয়াৰ পাৰতেই ভৱানী-পুৰীয়া গোপালদেৱ আতাই প্ৰসিদ্ধ কালজাৰ সত্ৰ স্থাপন কৰিছিল।

**বিল**— ক্ষেত্ৰী পৰগণাৰ দক্ষিণে "জগতে প্ৰখ্যাত" কাপলা নামৰ বিলটো কালক্ৰমত সঙ্কুচিত হৈ ভৰাং পৰিছে যদিও ইয়াৰ বৃহৎ কাৰৈ আৰু মাগুৰ মাছৰ বাবে থকা সুনাম এতিয়াও ম্লান হোৱা নাই। সৰভোগ, বহুৱা-টাভা, চিলোচী, বৰঘোপা, ফিঙুৱা, বৰকানা, বৌমাৰি আদি অনেক পুৰণি সৰু-বৰ বিল আছে।

**জলবায়ু**— ১৯০৫ চনৰ "কামৰূপ জিলা গেজেটিয়াৰ"ৰ মতে জিলাখনৰ জলবায়ু এনেকুৱা ধৰণৰ আছিল—

শীতকাল চেঁচা আৰু কুঁৱলিঢকা, বসন্তকাল মনোৰম, গ্ৰীষ্ম-

কাল মজলীয়া— না জহ না জাৰ ধৰণৰ, কিন্তু খৰ সেমেকা। বৃষ্টিপাত বছৰত গড়ে ৯৬″ আছিল। ১৮৭১-৭২ চনত এই গড় ৭০.৭৮ ইঞ্চি আছিল। সাম্প্ৰতিক কালত বৃষ্টিপাতৰ বাৰ্ষিক গড় হ'ল ৭৭.৪ ইঞ্চি ( ১৯৩৫ মিলিমিটাৰ )।

১৯৯০ চনৰ কামৰূপ জিলা গেজেটিয়াৰত ঋতুৰ ভাগ এনেদৰে কৰা হৈছে—

নৱেম্বৰৰ পৰা ফেব্ৰুৱাৰী মাহলৈ শীতকাল, মাৰ্চৰ পৰা মে মাহলৈ বিজুলী-ঢেৰেকনিৰে ধুমুহাৰ প্ৰাক্ মৌচুমী ঋতু, জুনৰ পৰা অক্টোবৰৰ আৰম্ভলৈ দক্ষিণ পশ্চিমৰ মৌচুমী আৰু অক্টোবৰৰ পৰা নৱেম্বৰৰ প্ৰথম ভাগলৈ মৌচুমীৰ পাছৰ ঋতু।

**উদ্ভিদ**— জন-বসতি অঞ্চলৰ গছ-গছনিৰ ভিতৰত আহত, বট, পাকৰি, শিমলু, কদম, ভেলকৰা, আজাৰ, অৰ্জুন, ডিমৰু, হিদাল, আম, কঠাল, জাম, বেল, ঔ, জলফাই, ভোমোৰা, বৰুণ, কেন্দু, মইন, কৰ্দৈ, বকুল, শিলিখা, বগৰী, তেঁতেলী, নিম, আমলখী, আমৰা, নাগেশ্বৰ, পলাশ, চতীয়না, মদাৰ, কৃষ্ণচূড়া, চম্পা, তাল, টকৌ, নাৰিকল, খেজুৰ, তামোল আদি প্ৰধান। বৰপেটাৰ বিশেষকৈ উত্তৰ আৰু মধ্য খণ্ডত নানা জাতীয় বাঁহ আৰু বেত প্ৰচুৰ পৰিমাণে জন্মে।

সংৰক্ষিত বনাঞ্চলত চেগুণ, শিশু, বনচোম, গমাৰি, তিতাচোপা, খয়েৰ, কৰৈ, অগৰু, নাহৰ, লালি, চিধা, চোম, সোণাৰু, বোলা, পমা, শলখ, খোকন, গনসাৰৈ, দেৱদাৰু আদি মূল্যবান কাঠৰ গছ আছে। স্বাধীনতাৰ পাছত চৰকাৰৰ বনমহোৎসৱ আৰু সামাজিক বনানীকৰণ আঁচনিৰ অধীনত আজিকালি সংৰক্ষিত বনাঞ্চলৰ নানা জাতীয় উদ্ভিদ মানুহৰ বাৰী-ঘৰে আৰু ৰাজপথৰ দাঁতিত ব্যাপকভাৱে ৰোপণ কৰা হৈছে। ইয়াৰ ফলত দেশৰ

বনজ সম্পদ আগতকৈ বাঢ়িছে। আনহাতে জনসংখ্যা বৃদ্ধি আৰু আনুসঙ্গিক কাৰণত নল, খাগৰি, ইকৰা, বতা, তথা ঘাঁহ-বনে ঢকা ব্যাপক আৰু শুকানি অৰণ্য অঞ্চল উদং হৈ পৰিল। চলিত শতাব্দীৰ চতুৰ্থ দশকমানৰ কথা। তেতিয়ালৈকে উত্তৰ কালৰ পৰা বাৰিষা যি ঢল এই বন্যভূমিৰ মাজেদি নামি আহি বৰপেটা চহৰ আৰু পাৰ্শ্ববৰ্ত্তী অঞ্চল প্লাবিত কৰিছিল, সেই পানী ফটিক যেন স্বচ্ছ আছিল— আঠ/দহ ফুট পানীৰ তলত থকা মাছ আদি বস্তু স্পষ্টকৈ দেখা গৈছিল। ইয়াৰ কাৰণ, ঢলত উটি অহা পলস আদি মলিয়ন বস্তুবোৰ ঘাঁহ বনত লাগি বৈ যোৱাত পানী পৰিষ্কাৰ হৈছিল।

জীৱজন্তু— ঘাঁহ-বনে ঢকা জলাহ ভূমিৰে পৰিবেষ্টিত বিল-বিলাক অপৰ্যাপ্ত মাছৰ উপৰিও নানা জাতীয় পানী চৰাইৰ ৰম্য-স্থান আছিল। খৰালি কালত ৰংচণ্ডীয়া বনৰীয়া ৰাজহাঁহ আৰু নানা জাতৰ পানী হাঁহ, ভেলা আদি পৰিভ্ৰমী চৰাই সুদূৰ চাইবেৰিয়াৰ পৰা হিমালয় পৰ্বত অতিক্ৰম কৰি এই বিল আৰু নদীৰ বালি-চাপৰিত চৰি ফুৰিছিল। আকাশ ঢাকি উৰি যোৱা এনেকুৱা চৰাইৰ চলাচল আজিকালি প্ৰায়ে চকুত নপৰে। সাৰেং (stork), কুকৰা, চিলা, নানা জাতৰ বগলী, চাকৈ-চকোৱা, শৰালী, পাতি-হাঁহ, ডাউক, বালি খোঁচৰা চৰাই (snipe), পানী কাউৰী, মাছৰোকা, তেলীয়াসাৰেং, কাম্‌চৰাই, ঢেকৰ, ৰামপাৰ, নানা জাতৰ শেন চৰাই নৈ, খাল-বিল, দলনি আৰু জলাহ ভূমিত দেখা যায়। এইবিলাক চৰাইৰ সংখ্যা দিনক দিনে কমি আহিছে। শগুণ, কাউৰী, কপৌ, পাৰ, হাঁহ, কুকুৰা, বন কুকুৰা, কুলি, কেতেকী, কুকুহা, সখীয়তি, দহিকতৰা, ভাটৌ, ময়না, ভৰতপক্ষী, বুলবুল, ঘৰচিৰিকা, কেঁচু, মৌ-পিয়া, হেটুলুকা, টুনি, কাঠখোলা, টোকোৰা,

ডৰিক, কান্ খুৰিকা, টিপটিপলী, চাতক, ফেঁচা, শালিকা, চেক্‌চেকী আদি চৰাই সকলো ঠাইতে দেখা যায়। মূৰ আৰু ডিঙিত বগা ছাল থকা বাজশগুণ বা বিত্ শগুণ নামৰ শ খোৱা চৰাইবিধ আজিকালি সচৰাচৰ দেখা নাযায়। মানস অভয়াৰণ্যত ময়ুৰ, ব্ৰাহ্মী হাঁহ, দীঘল-নেজীয়া (pin tailed) হাঁহ, ফুটফুটীয়া (spot bill) হাঁহ, ধনেশপক্ষী আৰু আপুকগীয়া কিছুমান পানীচৰাই দেখিবলৈ পোৱা যায়।

আগৰ দিনত সমগ্ৰ বৰপেটাৰ বন্যভূমি অঞ্চল বাঘ, ভালুক, গাহৰি, হৰিণ পহু, বনৰীয়া ম'হ আদি জন্তুৰে ভৰা আছিল। এতিয়া মানাহ অভয়াৰণ্য এইবিলাক জন্তুৰ আশ্ৰয়স্থল হৈ পৰিছে। জনবসতি অঞ্চলত সাধাৰণতে ঘৰচীয়া গৰু, ছাগলী, ম'হ, ঘোৰা, ভেৰা, কুকুৰ, মেকুৰী আৰু বনৰীয়া শিয়াল, নেউল, শহা, হেপা, কুকুৰনেচীয়া বাঘ আদি জন্তু থাকে। নদীবিলাকৰ তলি ভৰাং পৰি অহা বাবে ঘঁৰিয়াল, শিহু, উদ, ভুৰা, কাছ আদি জলচৰ প্ৰাণীৰ সংখ্যাও কমি আহিছে। এতিয়া এইবিলাক প্ৰাণী ব্ৰহ্মপুত্ৰ আৰু বনাঞ্চলৰ দ' পানীত আশ্ৰয় লৈছে। মানাহৰ অৰণ্যত ঢেকীয়াপতীয়া বাঘ, নাহৰ ফুটুকী বাঘ, ক'লা ফুটুকী বাঘ ( Black Panther ), গোধা ফুটুকী বাঘ ( Clouded leopard ), হাঁতী, এশিঙীয়া গঁড়, মেঠোন গৰু, বনৰীয়া ম'হ, সোণালী বান্দৰ, বনৰীয়া কুকুৰ, কলা ভালুক; হৰিণা, দল হৰিণা, শৰ, মুগৰী, খুটিয়া আদি নানা জাতৰ পহু; নানা বিধ বনমেকুৰী যেনে, হেপাঁ, লতা মাকৰি (leopard cat), সোণালী মেকুৰী, লতাফুটুকী মেকুৰী, ( marbled cat ); নল গাহৰি ( Pigmy hog ), বন-ৰৌ, কেটেলা পহু, খাগৰী কটা পহু ( hispid hare ) আৰু নানা বিধ বিষাক্ত সাপ বাস কৰে। এইবোৰ জীৱজন্তু আৰু মানাহৰ বমণীয় দৃশ্য চাবলৈ দেশ-বিদেশৰ পৰ্যটক মঠলগুৰিলৈ আহে।

মানাহ অভয়াৰণ্য ইং ১৯২৮ চনৰ পহিলা অক্টোবৰত গঠিত হৈছিল। ১৯৭৩ চনত ইয়াক ব্যাঘ্র-প্রকল্প (Tiger Project) আৰু ১৯৮৭ চনত প্রস্তাৱিত ৰাষ্ট্ৰীয়-উদ্যান বুলি ঘোষণা কৰা হৈছে। ভাৰতীয় বন্য প্রাণী আইনৰ ১ নং অনুসূচিত উল্লেখিত ৫৩ বিধ বিপদগ্ৰস্ত জীৱ-জন্তুৰ ভিতৰত ২০ বিধ বন্য জন্তুৰ এই অভয়াৰণ্য হ'ল বাসস্থান। এনেকুৱা জন্তুবোৰ হ'ল এশিঙীয়া গঁড়, বনৰীয়া ম'হ, দল হৰিণ, সোণালী বান্দৰ, ঢেকীয়াপতীয়া বাঘ, গোধা ফুটুকী বাঘ, নল গাহৰি ইত্যাদি। ভূটান হিমালয়ৰ পৰা আহি য'ত মানাহ নৈখন অভয়াৰণ্যত প্ৰবেশ কৰিছে তাৰ পাৰতে মঠনগুৰি অৱস্থিত। মঠনগুৰিৰ শান্তি আৰু নিস্তব্ধতা প্ৰকৃতিৰ আপুৰুগীয়া অৱদান বুলি কোৱা হয়। বৰপেটাৰোড ৰেলষ্টেচনৰ পৰা ৪০ কিলোমিটাৰ উত্তৰে অৱস্থিত এই ঠাইলৈ মোটৰ গাড়ীৰে যাব পাৰি।

**খনিজ পদাৰ্থ**— ১৮৭১ খ্ৰীঃত ৰবপেটাৰ এচিষ্টেণ্ট কমিছনাৰে ভূটান পাহাৰৰ পাদদেশত চূণ-শিল আবিষ্কাৰ কৰিছিল (৭)। তাৰ পাছত কি হ'ল, এই বিষয়ে জনা নাযায়। একালত ব্ৰহ্মপুত্ৰ আৰু মানাহ নদীৰ বালিত সোণৰ চেকুৰা পোৱা গৈছিল বুলি বুৰঞ্জীত উল্লেখ আছে।

**জনসংখ্যা**— হাণ্টাৰ চাহাবৰ "A statistical account of Assam"ত ডেভিয়াৰ বৰপেটা মহকুমাৰ জনসংখ্যা ১৮৭১-৭২ চনৰ লোকপিয়ল অনুসৰি এনেকুৱা ধৰণৰ আছিল :—

---

*(৭) ১৯০৪ চনৰ কামৰূপ জিলা গেজেটীয়াৰ।*

| থানা | | জনসংখ্যা | | গাওঁৰ সংখ্যা |
|---|---|---|---|---|
| বজালী | ... | ৬৪,২৪০ | ... | ১৫৩ |
| বৰপেটা | ... | ৬৩,০৬৩ | ... | ১৭১ |
| বহা (বৰনগৰ) | ... | ১৮,৯১৫ | ... | ১০ |
| | মুঠ ... | ১,৪৬,২১৮ | ... | ৩৩৪ |

এই জনসংখ্যা বাঢ়ি গৈ ১৯৫১ চনৰ লোকপিয়লত ৫,৩৯,৪২৩, ১৯৬১ চনত ৭,১৫,৫৬২ আৰু ১৯৭১ চনত ৯,৭১,৭৫৭ হৈছিল। বৰ্ত্তমান জিলাখনৰ লোকসংখ্যা ১৯৯১ চনৰ পিয়লৰ প্ৰাথমিক হিচাপ মতে ১৬,৮৪,০০০ জন আৰু গাওঁৰ সংখ্যা ১০৮৭ খন। এই খিনিতে বৰপেটা চহৰৰো জনসংখ্যা বৃদ্ধিৰ এটি চমু আভাস দিয়া হ'ল :—

১৭৫৫ খৃঃৰ শিৱসিংহ ৰজাৰ প্ৰদত্ত তামৰ ফলিত বৰপেটা সত্ৰৰ ভকত আৰু পাইক মুঠতে ২৯৭ ঘৰ বুলি উল্লেখ আছে। সেই হিচাপে জনসংখ্যা ১৫০০ হয়।

১৮৪০ খৃঃত বৰপেটাত মহকুমাৰ সদৰ স্থাপনৰ সময়ত লোক-সংখ্যা ৩০০০ আছিল। ১৮৮১ খৃঃৰ পিয়ল মতে ইয়াৰ আধীবাসী আছিল ১১,৩৩২ জন। ১৯৭১ খৃঃৰ লোকপিয়লত এই সংখ্যা বাঢ়ি গৈ ২৬,৪৭৯ জন হয়।

# দ্বিতীয় অধ্যায়

## (ক) প্ৰাক্ ঐতিহাসিক যুগ

পৌৰাণিক যুগৰ কিছুমান কাহিনীৰ সন্দৰ্ভত গুৰুচৰিতত বৰপেটা বাউসীৰ উল্লেখ পোৱা যায়। কথা-গুৰুচৰিতত (১) আছে যে সুদূৰ অতীতত অসমৰ পূব প্ৰান্তত অৱস্থিত কুণ্ডিল নগৰৰ ভীষ্মক ৰজাৰ দুহিতা ৰুক্মিণীদেৱীৰ ভক্তি-প্ৰেম নিবেদনৰ বাতৰি পাই শ্ৰীকৃষ্ণদেউ দ্বাৰকাৰ পৰা কুণ্ডিললৈ আহোঁতে ৰথৰ গতিবেগত ৰুক্মিণীৰ দূত বেদনিধি ব্ৰাহ্মণ মূৰ্চ্ছিত হৈ পৰিছিল। তেতিয়া এই বৰপেটা-বাউসীতে শ্ৰীকৃষ্ণই ৰথ নমাই শাৰঙ্গ ধনুৰে পাতালৰ পৰা পানী উলিয়াই বেদনিধিৰ মূৰত দি সুস্থ কৰিছিল আৰু নিজেও গুৱা ভোজন কৰি মুখামৃত পেলাইছিল। আকৌ, ৰুক্মিণীক লৈ দ্বাৰকালৈ উভতি যোৱাৰ পথত প্ৰভুৱে গুৱা ভোজন কৰোঁতে টেমিৰ পৰা চূণ পৰিছিল হেনো বৰপেটাৰ চুনপৰা ঠাইত। ইয়াৰ ওচৰতে সুন্দৰীদিয়াত শ্ৰীকৃষ্ণই সত্যভামাৰ সৈতে প্ৰাগজ্যোতিষৰ ৰজা নৰকাসুৰৰ লগত যুদ্ধ কৰিবলৈ আহোঁতে কন্তেকপৰ হেনো জিৰাইছিল। নৰকাসুৰক বধি ষোড়শ হেজাৰ কন্যা উদ্ধাৰ কৰি দ্বাৰকালৈ পঠাওতে তিনিজনী সুন্দৰী পলাই বাট হেৰুৱাই এই ঠাইত ৰৈ গৈছিল। ৰামচৰণ ঠাকুৰ বিৰচিত গুৰুচৰিতত সুন্দৰীদিয়াৰ কথা আন প্ৰকাৰে আছে — নৰকাসুৰে যেতিয়া ষোড়শ হেজাৰ কন্যা বিচাৰি দশোদিশে লোক নিয়োগ কৰিছিল, তেতিয়া তেওঁলোকে বৰপেটা অঞ্চলটো চলাথ কৰি কেৱল সুন্দৰী গাওঁতেহে

(১) বৰপেটা সত্ৰৰ পুথি ড° বাণীকান্ত কাকতিৰ দ্বাৰা সংগৃহীত আৰু উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ দ্বাৰা সম্পাদিত, পৃঃ ১০০-১, ৭৮, ২৩৩।

মাত্র ত্ৰপবাকী সুন্দৰী কন্যা পাইছিল আৰু ৰাজধানী প্ৰাগজ্যোতিষ পুৰলৈ লৈ গৈছিল (২)। এই বিলাক কথা জনশ্ৰুতি বুলি ধৰি ললেও ইয়াৰ মাজত কিছু পৰিমাণে ঐতিহাসিক সত্য নিহিত আছে। বৰপেটাৰ ভৌগোলিক অৱস্থানৰ পৰা এইটো প্ৰতীয়মান হয় যেন লাগে। পৌৰাণিক যুগৰ পাছৰ পৰা ত্ৰয়োদশ শতিকাত কমতা-কোচ শক্তিৰ অভ্যুদয়ৰ আগলৈকে বৰপেটাত কোনো ৰাজ-বংশৰ স্বাধীন ৰাজ্য থকাৰ অথবা আন কোনোৰাজনৈতিক তথ্যৰ ঐতিহাসিক প্ৰমাণ পোৱা নাযায়। এনেকুৱা পৰিস্থিতিত উল্লেখিত সময়ৰ চোৱাত পুৰণি কামৰূপৰ বুৰঞ্জীৰ পৰা সমকালীন বৰপেটাৰ ৰাজনৈতিক আৰু সামাজিক অৱস্থাৰ বিষয়ে কিছু ধাৰণা কৰিব পৰা যায়।

আদিতে আমাৰ অসম দেশখনক প্ৰাগজ্যোতিষ বুলিছিল। ৰাজধানী আছিল বৰ্ত্তমান গুৱাহাটীৰ ওচৰৰ প্ৰাগজ্যোতিষপুৰত। খৃষ্টীয় চতুৰ্থ শতাব্দীৰ পৰা দেশৰ নাম কামৰূপ হয়গৈ। অৱশ্যে তাৰ পাছতো দ্বাদশ শতাব্দীলৈকে কিছুমান ৰজাৰ তাম্ৰশাসনত 'প্ৰাগজ্যোতিষ' দেশৰ নাম দেখা যায় (৩)। প্ৰাক্‌ঐতিহাসিক যুগত কামৰূপত সমৃদ্ধিশালী সভ্যতা বিৰাজ কৰিছিল।

## অসুৰ বংশৰ ৰাজত্ব

কামৰূপৰ বুৰঞ্জী মহাকাব্যৰ যুগৰ পৰা আৰম্ভ হয় বুলি কিছুমান পণ্ডিতে মত পোষণ কৰে। প্ৰথমতে ইয়াত দানৱ বা অসুৰ বংশৰ ৰজাই ৰাজত্ব কৰিছিল। মহীৰঙ্গ দানৱ এই বংশৰ এজন আদি ৰজা আছিল। তেওঁৰ পাছত হটকাসুৰ, সম্বৰাসুৰ, ৰত্নাসুৰ

(২) পৃঃ ৩৩৬, পদ ২৪৮৩।
(৩) খাঁ চৌধুৰী আমানত উল্লা আহমদৰ 'কোচবিহাৰেৰ ইতিহাস (১ম খণ্ড), পৃঃ ২।

আৰু ঘটকাসুৰ ৰজা হৈছিল। তাৰ পাছৰ ৰজা নৰকাসুৰ আৰু তেওঁৰ পুত্ৰ ভগদত্ত পৰম প্ৰতাপী বীৰ আছিল। ভগদত্তৰ পুত্ৰ বজ্ৰদত্তৰ সময়ৰ পৰা বৰ্মণ ৰাজবংশ প্ৰতিষ্ঠা নোহোৱালৈকে মাজৰ কাল-চোৱাত কেবাজনো ৰজাই প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰিছিল।

## (খ) ঐতিহাসিক যুগ

আহোমসকল অসমলৈ অহাৰ আগতে (১২২৮ খৃঃত) নিয়মীয়াকৈ ঘটনাৰাজি লিপিবদ্ধ কৰিবলৈ কোনো বুৰঞ্জী লিখা পদ্ধতি নাছিল। শতাব্দী জুৰি কিছুমান অ'ত ত'ত ঘটা ঘটনাৰ পৰ্বত গুহাত খোদিত শিলালিপি, মুদ্ৰা, তামৰ ফলি, জীবাশ্ম, স্তম্ভৰ ধ্বংসাৱশেষ, দুই এজন বিদেশী পৰ্যটকৰ বিৱৰণ আৰু তেতিয়াৰ প্ৰচলিত প্ৰবাদ-বচনৰ পৰা প্ৰাক্ আহোম যুগৰ কিছু কথা জানিব পৰা গৈছে। বুৰঞ্জীৰ এনেকুৱা আহিলা-পাতিৰ পৰা চতুৰ্থ শতিকাৰ শেষ ভাগৰ পৰা কামৰূপৰ প্ৰকৃত ৰাজনৈতিক বুৰঞ্জী আৰম্ভ হোৱা বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে। কনক লাল বৰুৱাৰ Early History of Kamarupa নামৰ বুৰঞ্জীমতে পুষ্য বৰ্মণ প্ৰতিষ্ঠিত বৰ্মণ ৰাজবংশ ৩৮০ খৃষ্টাব্দৰ পৰা অৱন্তি বৰ্মণৰ ৰাজত্বৰ শেষ ৬৫৪ খৃষ্টাব্দলৈ, তাৰ পাছত কিৰাট বংশৰ ৰজা শালস্তম্ভৰ ৰাজত্ব ৬৫৫ খৃষ্টাব্দৰ পৰা আৰম্ভ হৈ সেই বংশৰ শেষ ৰজা ত্যাগসিংহৰ ৰাজত্ব ৯৮৫ খৃষ্টাব্দলৈ, তাৰ পাছত ব্ৰহ্মপাল প্ৰতিষ্ঠিত পাল বংশই ৯৮৫ খৃষ্টাব্দৰ পৰা জয়পালৰ ৰাজত্বৰ শেষ ১১২৫ খৃষ্টাব্দলৈ কামৰূপত ৰাজত্ব কৰিছিল। গেইট চাহাবৰ অসম বুৰঞ্জীৰ 'ঐ' পৰিশিষ্টত দেখুওৱা উপৰোক্ত ৰাজবংশ বিলাকৰ ৰাজত্ব কালৰ খৃষ্টাব্দবিলাকৰ লগত কনকলাল বৰুৱাৰ বুৰঞ্জীৰ প্ৰায় মিল থকা দেখা যায়। অৱশ্যে গেইট চাহাবৰ মতে পালবংশৰ শেষ মহাৰাজ আছিল বৈদ্যদেৱ। তেওঁ জয়পালৰ হাতৰ পৰা কামৰূপ

অধিকাৰ কৰি ১১৩৮ খৃঃত ৰজা হৈছিল। সম্প্ৰতি নতুন তথ্য অনুসৰি পালবংশৰ ৰজাই ত্ৰয়োদশ শতিকাৰ মাজ ভাগলৈ ৰাজত্ব কৰিছিল। এই তিনিওটা বংশৰ ৰজাই অসুৰ বংশীয় ৰজা নৰকাসুৰ আৰু ভগদত্তৰ বংশধৰ বুলি দাবী কৰিছিল।

## বৰ্মণ বংশৰ ৰাজত্ব (৩৮০–৬৫৪ খৃঃ)

বৰ্মণ বংশৰ ৰজাসকল আছিল— পুষ্য বৰ্মণ, সমুদ্ৰ বৰ্মণ, বল বৰ্মণ ১ম, কল্যাণ বৰ্মণ, গণপতি বৰ্মণ, মহেন্দ্ৰ বৰ্মণ, নাৰায়ণ বৰ্মণ, ভূতি বৰ্মণ, চন্দ্ৰমুখ বৰ্মণ, স্থিত বৰ্মণ, সুস্থিত বৰ্মণ, সুপ্ৰতিষ্ঠিত বৰ্মণ, ভাস্কৰ বৰ্মণ আৰু অবন্টি বৰ্মণ। বৰ্মণ বংশৰ প্ৰতাপী ৰজা কুমাৰ ভাস্কৰ বৰ্মণৰ ৰাজত্ব কালত (৫৯৪-৬৫০ খৃঃ) চীন দেশীয় পৰিব্ৰাজক হিউৱেন চাঙে ৰজাৰ আমন্ত্ৰণ ক্ৰমে অনুমান ৬৪৩ খৃঃত কামৰূপ ভ্ৰমণ কৰিছিল আৰু তেওঁৰ ভ্ৰমণ-বৃত্তান্ত 'সি-ইউ-কি'ত তেতিয়াৰ কামৰূপ ৰাজ্যৰ বিৱৰণ লিখিছিল। সেইমতে কামৰূপৰ সমতল ভূমি নিম্ন আৰু আৰ্দ্ৰ আছিল; শস্য নিয়মিত ভাবে উৎপন্ন হৈছিল; কঠাল আৰু নাৰিকল মানুহৰ অতি প্ৰিয় খাদ্য আছিল। দেশৰ জলবায়ু স্বাস্থ্যকৰ আৰু নাতিশীতোষ্ণ আছিল। মানুহবিলাক সৰল, সাধু, চুটি-চাপৰ, পীত বৰ্ণ, পৰিশ্ৰমী আৰু বিদ্যোৎসাহী আছিল। তেওঁলোকৰ ভাষা মধ্য ভাৰতৰ ভাষাৰ পৰা অলপ বেলেগ আছিল। দেশত অসংখ্য দেৱ-দেৱীৰ মন্দিৰ আছিল আৰু তাত সদায় পূজা-অৰ্চনা চলিছিল। হিউৱেন চাঙে কামৰূপত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ নাছিল বুলি উল্লেখ কৰিছে। ৰজা হিন্দু হলেও বৌদ্ধ পণ্ডিতসকলক সন্মান কৰিছিল। ভাস্কৰ বৰ্মণে বঙ্গালী পৰগণাৰ ভুৰি দেৱালয়ৰ কাৰণে ভূমি দান কৰা কথা কলিত উল্লেখ পোৱা যায়। 'কোচবিহাৰৰ ইতিহাস'ত (পৃষ্ঠা ১৬) ভাস্কৰ বৰ্মাৰ তাম্ৰশাসনখন মূল নহয় বুলি কৈছে; আচলতে এই

থন হেনো তেওঁৰ বৃদ্ধ প্ৰপিতামহ ভূতি বৰ্মণৰ বিনষ্ট তাম্ৰশাসনৰ পৰিবৰ্ত্তে দিয়া হৈছিল। ভূমিৰ তামৰ ফলিত বৰ্মণ-বংশৰ ৰজা মহেন্দ্ৰই দক্ষিণ-পূৱ বঙ্গদেশ অধিকাৰ কৰি সাগৰলৈ কামৰূপৰ সীমা বঢ়াইছিল ( ৪৭০-৪৮০ খৃঃৰ ভিতৰত ) বুলি উল্লেখ আছে।

## শালস্তম্ভ বংশৰ ৰাজত্ব ( ৬৫৫ — ৯৮৫ খৃঃ )

কনকলাল বৰুৱাৰ মতে বৰ্মণ বংশৰ শেষৰ জন ৰজা আছিল অবন্তি বৰ্মণ ; কিন্তু ড° প্ৰতাপ চৌধুৰীৰ মতে অবন্টি বৰ্মণ শালস্তম্ভ বংশৰহে প্ৰতিষ্ঠাপক ৰজা আছিল। শালগছৰ খুটাৰ নিচিনা দৃঢ় আছিল বাবে অবন্টি বৰ্মণে শালস্তম্ভ নাম পাইছিল। পালবংশীয় ৰত্নপাল ৰজাৰ তাম্ৰশাসনত ভাস্কৰ বৰ্মণৰ পৰবৰ্ত্তী ৰজাজনৰ নাম শালস্তম্ভ বুলি লিখা আছে (৪)। শালস্তম্ভ বংশৰ মুঠতে ২১ জন ৰজাই ৰাজত্ব কৰিছিল। কিছুমান ৰজাৰ ৰাজত্ব কালৰ বিৱৰণ এতিয়াও উদ্ধাৰ হোৱা নাই বুলি বুৰঞ্জীবিদ সকলে কয়। যি সকল ৰজাৰ বিষয়ে জনা গৈছে, তেওঁলোক হ'ল— শালস্তম্ভ, বিগ্ৰহস্তম্ভ, কুমাৰ, বজ্ৰদেৱ, শ্ৰীহৰ্ষদেৱ, বলবৰ্মণ ২য়, প্ৰলম্ব, অৰথি, হৰ্জৰ বৰ্মণ, বনমাল বৰ্মণ, জয়মাল বৰ্মণ বা বীৰবাহু, বলবৰ্মণ ৩য় আৰু ত্যাগসিংহ।

## পাল বংশৰ ৰাজত্ব ( ৯৮৫-১২৬০ খৃঃ )

পাল বংশীয় ৰজাসকল আছিল— ব্ৰহ্মপাল, ৰত্নপাল, ইন্দ্ৰপাল, গোপাল, হৰ্ষপাল, ধৰ্মপাল, আৰু জয়পাল। ১১৩৮ খৃষ্টাব্দত কামৰূপত পাল বংশৰ ৰাজত্বৰ অন্ত পৰে বুলি ধৰা হৈছিল। কিন্তু কিছু বছৰ আগতে গুৱাহাটী নগৰৰ আমবাৰীত আবিষ্কৃত

(৪) খাঁ চৌধুৰী আমানত উল্লা আহমদৰ 'কোচবিহাৰেৰ ইতিহাস (১ম খণ্ড), পৃঃ ১৬।

শিলালিপি (১২৩২ খৃ.ৰ) এখনৰ পৰা আধুনিক ঐতিহাসিক পণ্ডিতে ধৰি লৈছে যে, জয়পালৰ পাছতো পালবংশৰ কেইজনমান ৰজাই ত্ৰয়োদশ শতিকাৰ মাজ ভাগলৈ ৰাজত্ব কৰিছিল (৫)। তেওঁলোকৰ ভিতৰত বৈদ্যদেৱ আৰু পৃথু প্ৰসিদ্ধ আছিল। পৃথুপালৰ পাছৰ ৰজা দুজন দুৰ্বল আছিল। শেষৰজন ৰজা সুবৰ্ণপালৰ হাতৰ পৰা তেওঁৰ মন্ত্ৰী সুমতিয়ে ৰাজপাট কাঢ়ি লয় আৰু সিন্ধু নাম লৈ ১২৫০ খৃঃত কামৰূপৰ ৰজা হয়। তেওঁক সন্ধ্যা নামেৰেও জনা যায়।

## কমতা ৰাজত্ব (১২৬০–১৫০৯ খৃঃ)

অনুমান ১২৬০ খৃঃত ৰজা সন্ধ্যাই কামৰূপৰ ৰাজধানী উত্তৰ গুৱাহাটীৰ পৰা তুলি নি পশ্চিমে কমতাপুৰত পাতিছিল। বৰ্ত্তমান কোচবিহাৰ নগৰৰ পৰা ১৪ মাইল পশ্চিম-দক্ষিণে এইখন সমৃদ্ধিশালী নগৰ আৰু দুৰ্গ অৱস্থিত আছিল। তেতিয়াৰ পৰা ৰাজ্যৰ নাম কমতা বা কামৰূপ-কমতা হয়। ৰজাৰ উপাধি আছিল কমতেশ্বৰ বা কামেশ্বৰ। কমতা ৰাজ্যৰ সীমা পশ্চিমে কৰতোৱা নদীৰ পৰা পূবে বৰনদীলৈকে বিস্তৃত আছিল। সন্ধ্যাৰ পাছত তেওঁৰ বংশৰ তিনিজন ৰজা হৈছিল। তেওঁলোক আছিল ৰাজেশ্বৰ সিংহ, ৰূপচন্দ্ৰ আৰু সিংহধ্বজ। শেষৰজন ৰজা সিংহধ্বজক (১৩০০–১৩০৫) হত্যা কৰি তেওঁৰ মন্ত্ৰী প্ৰতাপধ্বজ কমতাৰ ৰজা হৈছিল। প্ৰতাপধ্বজৰ পুত্ৰই হ'ল বিখ্যাত দুৰ্লভনাৰায়ণ।

কমতা-ৰাজত্ব পঞ্চদশ শতিকালৈ আছিল। কমতাৰ ৰজাসকলৰ ভিতৰত দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ গুণী আৰু প্ৰবল প্ৰতাপী আছিল। দুৰ্লভনাৰায়ণৰ ৰাজত্ব কালত ১৩৫১–৬০ খৃঃৰ ভিতৰত শ্ৰীমন্ত শঙ্কৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰ ভূঞা গৌড়

(৫) ড° লক্ষ্মী দেৱীৰ 'অসম দেশৰ বুৰঞ্জী' পৃঃ ৬৫।

ৰাজ্যৰ পৰা কামৰূপ-কমতা ৰাজ্যলৈ আহিছিল (৩)। তেতিয়াৰ পৰাই কামৰূপত ঠায়ে ঠায়ে ভূঞাসকলৰ বসতি আৰম্ভ হয় আৰু কালক্ৰমত তেওঁলোক একোজন স্থানীয় ৰজা বুলি স্বীকৃত হয়। ইন্দ্ৰনাৰায়ণৰ ভতিজা আৰিমত্ত বা গজাঙ্কই (১৩৬৫-৮৫) খুৰাকক বধ কৰি কামৰূপ-কমতাৰ ৰজা হৈছিল। আৰিমত্তৰ পাছত বক্ৰসিংহ, শুক্ৰাঙ্ক আৰু মৃগাঙ্ক নামেৰে তিনিজন ক্ৰমে কামৰূপ-কমতাৰ ৰজা হৈছিল। মৃগাঙ্ক নিঃসন্তান হৈ মৰিলত কামৰূপ ৰাজ্য ভূঞাসকলৰ অধীনত বহুত ক্ষুদ্ৰ, ক্ষুদ্ৰ ৰাজ্যত বিভক্ত হয়। ড° সূৰ্য্যকুমাৰ ভূঞাৰ "কামৰূপৰ বুৰঞ্জীত" আছে যে, মোগল অহাৰ আগলৈকে কামৰূপ ৰাজ্যৰ ভূমি-ৰাজস্ব শাসন ব্যৱস্থা এনেকুৱা ধৰণৰ আছিল— কেবাখনো গাওঁ লগ লাগি এখন "চাকলা" হৈছিল। প্ৰতিখন চাকলাত একোজন ভূঞা আছিল। ভূঞাৰ সৰল অৰ্থ হৈছে ভূমিৰ গৰাকী। স্থানীয়ভাৱে তেওঁলোকক ৰজা বুলিছিল। হৰিনাৰায়ণ দত্ত বৰুৱাই তেখেতৰ "প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত"ৰ ৮০১ পৃষ্ঠাত লিখিছে যে, কিছুমান ভূঞাৰ মাজত এজন শিৰোমণি ভূঞা আছিল। তলতীয়া ভূঞা-সকলে শিৰোমণি ভূঞাক কৰ বুলি একো দিব নালাগিছিল। তেওঁলোকে বিশেষ, বিশেষ উৎসৱত শিৰোমণি ভূঞাৰ ঘৰত উপস্থিত হৈ "সন্দেশ" দি তেওঁৰ প্ৰাধান্য স্বীকাৰ কৰিছিল। কোনো শত্ৰুৰ লগত ৰণ কৰিব লগা হ'লে শিৰোমণি ভূঞাই আন ভূঞা-সকলৰ লগত মন্ত্ৰণা কৰিহে ৰণত নামিছিল। ভূঞাসকলৰ এটা বিশেষ সৈনিক শ্ৰেণী নাছিল। সকলো প্ৰজাই ৰণুৱা আছিল আৰু তেওঁলোকে ঢাল-তৰোৱাল, বৰ্ণা, কাঁড় আদি অস্ত্ৰ ব্যৱহাৰ কৰিছিল। যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ প্ৰজাৰ নিজা আছিল। অৱশ্যে ভূঞাসকলৰ নিজৰ

(৩) ড° সূৰ্য্যকুমাৰ ভূঞাৰ ৰচনাৱলী, ১ম খণ্ড, পৃঃ ৭।

অস্ত্ৰাগাৰ আছিল আৰু ইয়াক "কাৰ্খানা" বুলিছিল। জল-যুদ্ধত সুসজ্জিত নাও ব্যৱহাৰ কৰিছিল। শিৰোমণি ভূঞাৰ মেলঘৰাক দোপদৰ বুলিছিল। আন ভূঞাসকলৰো মেলঘৰ আছিল আৰু তাত সাৰ্বভৌম, কন্দলি, ভট্ট, কবিৰত্ন, ভাৰতী, আচাৰ্য্য, মিশ্ৰ আদি উপাধিধাৰী ব্ৰাহ্মণ পণ্ডিত আছিল।

নামনি অসমৰ আন অঞ্চলৰ দৰে বৰপেটা অঞ্চলতো প্ৰথমতে কনৌজ, গৌড় আদি ৰাজ্যৰ পৰা অহা ভূঞাসকলে বসতি আৰম্ভ কৰিছিল। তেওঁলোক জাতিত কায়স্থ আছিল। তেওঁলোকে প্ৰথমতে যি খণ্ড ঠাইত বসতি কৰিছিল, সেই খণ্ড ঠাইৰ নাম "ক্ষেত্ৰী" হয়। পৰবৰ্ত্তী কালত ক্ষেত্ৰী পৰগণা ভাঙি সৰুক্ষেত্ৰী, বৰক্ষেত্ৰী আৰু চেঙা নামৰ তিনিখন মৌজা হৈছিল। কায়স্থ ভূঞাৰ উপৰিও কলিতা আদি জাতিৰ ভূঞাও আছিল। তেওঁলোক উজনি অসমৰ উত্তৰ-পূব খণ্ডৰ পৰা আহি বসতি কৰিছিল। কালক্ৰমত বহুতো কায়স্থ ভূঞাই বিয়া-বাৰু আদি আদান-প্ৰদানেৰে কলিতা শ্ৰেণীৰ অন্তৰ্ভুক্ত হৈছিল। কোচ আৰু আহোম যুগত শাসক ভূঞাসকলে ৰজাৰ অধীনত নানা বিষয়-বাব খাইছিল। ভূঞাসকলৰ বংশধৰ বৰপেটা জিলাত যাইকৈ বৰপেটা চহৰ, গণককুছি, সুন্দৰীদিয়া, বামুণা, চেঙা, সৰ্থেবাৰী, নামশলা, কাপলা, নসত্ৰ, সৰভোগ আদি ঠাইত বাস কৰি আছে।

ত্ৰয়োদশ শতিকাৰ শেষ ভাগৰ পৰা ভূঞাসকলে ঠায়ে ঠায়ে কেতিয়াবা ৰজাৰ অধীনত আৰু কেতিয়াবা স্বাধীনভাৱে বৰপেটা অঞ্চলত ৰাজত্ব কৰিছিল। কমতাৰ ৰজা দুৰ্লভনাৰায়ণে পূব কামৰূপ-কমতা ৰাজ্যৰ ৰজা ধৰ্মপালৰ ৰাজ্য অধিকাৰ কৰি চন্দ্ৰগিৰী আৰু শ্ৰীপতি নামৰ দুজন ভূঞাক ভোটৰ পূব দুৱাৰ ৰক্ষা কাৰ্যত নিযুক্ত কৰিছিল। মানাহ আৰু কালদিয়া নৈৰ মাজৰ উত্তৰ খণ্ডত শ্ৰীপতি আৰু দক্ষিণ খণ্ডত চন্দ্ৰগিৰীয়ে শাসনভাৰ

পাইছিল। শ্ৰীপতি ভূঞা ববনগবৰ ভেবাগ্ৰামত কোঠ কৰি বাস কৰিছিল। তেওঁৰ পাছত পুত্ৰ লক্ষ্মীপতি ভূঞা হয়। কিন্তু নাতি জগন্নাথৰ দিনত কমতাৰাজ দুৰ্লভেন্দ্ৰই তেওঁৰ ৰাজ্য অধিকাৰ কৰি লোৱাত জগন্নাথে ববপেটা ত্যাগ কৰি দৰঙলৈ গুচি গৈছিল। চন্দ্ৰ গিৰীৰ ৰাজ্যখণ্ডক "বাউসীয়া বিলাত" বুলিছিল। চন্দ্ৰগিৰীৰ বংশৰ ৰামৰায়ৰ দিনত কামতাৰাজ নীলাম্বৰে তেওঁৰ ৰাজ্য অধিকাৰ কৰে। ৰামৰায়ৰ দুই পুত্ৰ—গন্ধৰ্বৰায় আৰু কৃষ্ণৰায়। এই দুজন ভূঞাৰ আগতে ববপেটা অঞ্চলত চাউলখোৱা নৈৰ পৰা উত্তৰে ভুটান পৰ্বতলৈ সমভূমি অঞ্চলত পুৰুষোত্তম দাস নামেৰে এজন স্বাধীন ভূঞা আছিল। চাউলখোৱাৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰলৈ গোবৰ্দ্ধন ভূঞাই স্বাধীনভাৱে ৰাজ্য পাতি আছিল। এওঁৰ বংশৰ নাৰায়ণ গোমথাই ক্ষেত্ৰীৰ ৰজা হৈছিল আৰু কোচৰজা বিশ্বসিংহৰ লগত ৰণ কৰিছিল। এই সময়চোৱাত বজালীৰ গন্ধৰ্ব ভূঞা, কুমৰকুছি বিজনীৰ বেঙ্কটগিৰী ভূঞা, বাউসীৰ ৰায়দ ভূঞা, সৰুক্ষেত্ৰীৰ ৰাজেন্দ্ৰ ভূঞা আৰু ভুটানৰ পাদদেশত থকা বৰবিজনী ৰাজ্যৰ উত্তৰ খণ্ডত লক্ষ্মীনাৰায়ণ ভূঞাৰ নাম পোৱা যায়। বেঙ্কটগিৰীৰ পুত্ৰ মনোহৰে দামোদৰদেৱৰ শৰণ লৈ ভূঞাগিৰি ত্যাগ কৰিছিল। এওঁলোকৰ ওপৰত মাজে সময়ে মুছলমানৰ আক্ৰমণ চলিছিল। তাৰ পাছত কোচশক্তিৰ অভ্যুত্থানত যেতিয়া কোচৰাজাৰ প্ৰতাপ বাঢ়ি আহে, তেতিয়া ভূঞাসকল কোচৰ অধীন হবলৈ ধৰে আৰু তেওঁলোকে ঠায়ে ঠায়ে শাসনকৰ্ত্তা হিচাপে নিযুক্ত হৈছিল।

অনুমান ১৪৪০ খৃষ্টাব্দত নীলধ্বজে কমতা অধিকাৰ কৰি খেন বংশৰ ৰাজত্ব প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ পাছত চক্ৰধ্বজ আৰু নীলাম্বৰ কমতাৰ ৰজা হৈছিল। ১৪৯৮ খৃষ্টাব্দত গৌড়ৰ নবাব হুছেন চাহে কমতাৰাজ্য অধিকাৰ কৰি কমতাপুৰ ধ্বংস কৰে। কমতাৰ ৰজা নীলাম্বৰ পলাই যায়। হুছেন চাহে তেওঁৰ অধিকাৰ সুদৃঢ় কৰিবলৈ

পুত্ৰেক দানিয়েলক কমতাপুৰত ৰাখি গৈছিল। কিন্তু কেই বছৰমান পাছতে কমতাৰ ভূঞা শাসনকৰ্ত্তা সকলে বাৰিষাৰ সুযোগ লৈ হাজোত থকা দানিয়েলৰ দুৰ্গ আক্ৰমণ কৰি দুৰ্গটো ধ্বংস কৰে আৰু দানিয়েলক হত্যা কৰে (অনুমান ১৫০৩ খৃঃত)। গৌড়ৰ সৈন্যই কামৰূপ এৰি গুচি যোৱাত ভূঞাসকলে পুনৰ স্বাধীনতা ঘোষণা কৰিছিল। তেওঁলোকৰ ভিতৰত বাউসীৰ গন্ধৰ্ব্বৰায় ভূঞাই ৰবনদীলৈকে প্ৰভুত্ব বিস্তাৰ কৰিছিল। গন্ধৰ্ব্বৰায় বাউসীয়া বিলাতৰ দক্ষিণ অংশত আৰু কৃষ্ণৰায় উত্তৰ অংশত স্বাধীন হৈছিল। গোমুথা বংশাৱলীত গন্ধৰ্ব্বৰায়ক বজালীৰ ভূঞা বুলি উল্লেখ কৰিছে। আচলতে তেওঁ বাউসী বিলাতৰহে ভূঞা আছিল। ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতত আছে—

বাউসীয়া বিলাতে গন্ধৰ্ব্বৰায় আছে।
বিশ্বসিংহে আসি তাঙ্ক জিনিলেক পাছে ॥ ২৫৩৯ ॥

গন্ধৰ্ব্বৰায়ৰ পিতৃ ৰামৰায়ৰ সময়ত শ্ৰীপতি ভূঞাৰ বংশৰ ভূঞাজনে কালদিয়া মানাহ নদীৰ মাজৰ উত্তৰ খণ্ডত (বজালী) অৱস্থিত তেওঁৰ ৰাজ্য এৰি পূবলৈ উজাই যোৱাত সেই অঞ্চলটোও গন্ধৰ্ব-ৰায়ৰ এলেকাত অন্তৰ্ভুক্ত হৈছিল। এই কাৰণত গোমোথা বংশাৱলীত গন্ধৰ্ব্বৰায়ক বজালীৰ ভূঞা বুলি উল্লেখ কৰাটো অনুমান হয় (৭)।

## কোচ ৰাজবংশৰ ৰাজত্ব (১৫০৯ খৃঃৰ পৰা)

নীলাম্বৰৰ পতনৰ পিছত কামৰূপ ৰাজ্যত কেন্দ্ৰীভূত ৰাজশক্তি নোহোৱা হ'ল। ভূঞাসকল প্ৰতাপী হৈ উঠিছিল যদিও তেওঁলোকৰ মাজত অনৈক্য থকা হেতু যকমা কন্দল লাগিছিল। এই সুযোগতে

(৭) হৰিনাৰায়ণ দত্তবৰুৱা—"প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত।"

বিশু নামৰ এজন দলপতিৰ নেতৃত্বত কোচ শক্তিৰ অভ্যুদয় হয়। বিশুই ছলে-বলে, কলে-কৌশলে ভূঞাসকলক দমন কৰি পশ্চিমে কৰতোয়া নদীৰ পৰা পূবে বৰনদীলৈকে এখন ডাঙৰ ৰাজ্য গঠন কৰি বিশ্বসিংহ নাম লৈ ১৫০৯ খৃ.ত ৰাজপাটত উঠে। বিশ্বসিংহই কোচবিহাৰত এখন নগৰ সাজি ৰাজধানী কমতাপুৰৰ পৰা তালৈকে তুলি নিয়ে। বৰপেটা অঞ্চলৰ বজালী, ফুলবগুৰি-বিজনী, ক্ষেত্ৰী, বাউসী আদি পৰগণাৰ ভূঞাসকলে নাৰায়ণ ভূঞা নামৰ গোমথা বা মুখ্যভূঞা এজনৰ নেতৃত্বত বিশ্বসিংহক বাধা দিছিল। নাৰায়ণ গোমথা থকা ঠাইক "নাৰায়ণ গড়" বুলিছিল আৰু ই কাপলাৰবৰিৰ ওচৰত মতান্তৰে তাপাগ্ৰামত আছিল। বিশ্বসিংহই প্ৰথমতে নাৰায়ণ গোমথাৰ সম্মিলিত শক্তিক পৰাজয় কৰিব পৰা নাছিল। "গোমোথা বংশাৱলী"ত দীৰ্ঘদিন ব্যাপী চলা এই যুদ্ধৰ বিৱৰণ পোৱা যায়। অৱশেষত বিশ্বসিংহই ভেদ-নীতিৰে ভূঞাসকলৰ মাজত অনৈক্য আনি ৰণত নাৰায়ণ গোমথাক হত্যা কৰে আৰু তেওঁৰ ৰাজধানী তাপা পুৰি ধ্বংস কৰে। তাৰ পাছত এজন, এজনকৈ উত্তৰ পাৰৰ সকলো ভূঞাকে বশ কৰে। বিশ্বসিংহই কামৰূপ খণ্ড ৰাজ্য নিজৰ প্ৰত্যক্ষ শাসনৰ অধীনলৈ অনা নাছিল। কামৰূপত সামন্ত ৰজাসকলে তেওঁৰ অধীনত ঠায়ে, ঠায়ে শাসন কৰিছিল। মহাৰাজ বিশ্বসিংহৰ ৰাজত্ব কালত গৌড়ৰ মুছলমান নৱাবে কেবাবাৰো অসম আক্ৰমণ কৰিছিল (১৫১৭-১৫৩২ খৃ:); কিন্তু আহোম ৰাজ আৰু বিশ্বসিংহৰ হাতত গৌড়ৰ সৈন্য পৰাজিত হৈছিল।

বিশ্বসিংহৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ মল্লদেৱে নৰনাৰায়ণ নামলৈ কোচ ৰাজ্যৰ ৰজা হয় ১৫৩৩-৩৪ খৃষ্টাব্দত। গেইট চাহাবৰ বুৰঞ্জীত বিশ্বসিংহৰ ৰাজত্ব কাল ১৫১৫ খৃ:ৰ পৰা ১৫৪০ খৃ:লৈ বুলি ধৰা আছে।

মহাৰাজ নৰনাৰায়ণে শদিৰ দশা এৰাবলৈ আৰু চৰিত পুথি

অনুসাৰে ছত্ৰভঙ্গ দোষৰ পৰা মুক্তি পাবলৈ দৈয়জ্ঞৰ উপদেশ মতে বাৰ বছৰ ৰাজধানীৰ পৰা বাহিৰত থাকিব লগা হোৱাত অনুমান ১৫৫৫ খ্ৰীঃত কামৰূপলৈ আহি বৰপেটা চহৰৰ পৰা আঠ মাইলমান উত্তৰে বৰজানৰ (মানাহ নদী) পাৰত বৰনগৰ নাম দি এখন অস্থায়ী ৰাজধানী পাতিছিল। বৰ্ত্তমান হাউলী চহৰৰ অলপ উত্তৰে বৰবাৰীঝাৰত বৰনগৰ স্থাপিত হৈছিল বুলি "মনোমতী" উপন্যাসত উল্লেখ আছে। পিছলৈ এই বৰনগৰৰ নাম অনুসৰি বেকী নদীৰ পশ্চিম পাৰৰ বিস্তৃত অঞ্চলটোৰ নামো বৰনগৰ হয়গৈ। দৰঙ্গ ৰাজবংশাৱলী মতে মহাৰাজ নৰনাৰায়ণ বৰনগৰত থাকোতে শঙ্কৰদেৱ প্ৰমুখ্যে বিদ্বান পণ্ডিতসকলক মাতি নি ধৰ্ম-শাস্ত্ৰ প্ৰণয়নৰ বাবে আদেশ দিছিল (৮)। নৰনাৰায়ণ বৰনগৰত প্ৰায় আঢ়ৈ বছৰ আছিল। সেই সময়ত শ্ৰীমন্ত শঙ্কৰদেৱে পাটবাউসীত সত্ৰ পাতি ধৰ্ম প্ৰচাৰ কৰি আছিল। কিছুমান বুৰঞ্জীবিদৰ মতে নৰনাৰায়ণ ৰজাই মাত্ৰ এবছৰহে ৰাজধানী কোচবিহাৰৰ পৰা বাহিৰত আছিল।

মহাৰাজ নৰনাৰায়ণৰ বহু দিনলৈ পুত্ৰ সন্তান নোহোৱাত তেওঁৰ ভায়েক শুক্লধ্বজৰ (চিলাৰায়) পুত্ৰ ৰঘুদেৱ কোচ ৰাজ্যৰ উত্তৰাধিকাৰী হব বুলি ভাবিছিল। কিন্তু বৃদ্ধ কালত নৰনাৰায়ণৰ এজন পুত্ৰ জন্মিলত, ৰঘুদেৱৰ ঈৰ্ষা উপজিল। ৰঘুদেৱে সৈন্য-সামন্ত লৈ ১৫৮১ খ্ৰীঃত মানাহ নদীৰ পাৰৰ বৰনগৰলৈ আহিছিল আৰু জয়পুৰ, ৰায়পুৰ আদি ঠাই লগ লগাই ঘিলাজয়পুৰ নামেৰে এখন নগৰ পাতি তাত এটা দুৰ্গ সাজিছিল। নৰনাৰায়ণে ভতিজা ৰঘুদেৱৰ লগত যুদ্ধ নকৰি কোচ ৰাজ্য দুভাগ কৰে। সোণকোষ নৈৰ পশ্চিম খণ্ড ৰাজ্য নিজে ৰাখে আৰু সোণকোষৰ পৰা পূবে

(৮) চিদানন্দ পাটগিৰিৰ "প্ৰাচীন বৰনগৰ" পৃঃ ৫০-৫২।

বৰনদীলৈ এই খণ্ড ৰাজ্যত ৰঘুদেৱক ৰজা পাতে (১৫৮১ খৃ.)। এই ৰাজ্য কোচ-হাজো বুলি জনাজাত আছিল। এই ক্ষেত্ৰত এইদৰে স্বৰ্ত্ত আৰোপ কৰা আছিল— (১) ৰঘুদেৱে নৰনাৰায়ণৰ সাৰ্বভৌমত্ব মানিব লাগিব, (২) নৰনাৰায়ণক নিৰ্দিষ্ট হাৰত কৰ দিব লাগিব আৰু (৩) ৰঘুদেৱে নিজৰ নামত মুদ্ৰা তৈয়াৰ কৰিব নোৱাৰিব। ১৫৮৭ চনত নৰনাৰায়ণৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ লক্ষ্মীনাৰায়ণ কোচবিহাৰৰ ৰজা হয়।

নৰনাৰায়ণৰ ৰাজত্ব কালত তেওঁৰ ভাতৃ বীৰ চিলাৰায় দেৱানে দিল্লীত বিজয়সিং চৰ্দাৰ নামৰ এজন ৰাজপুত দলপতিক লগ পাই কোচৰাজ্যলৈ আনিছিল। বিজয় সিঙে বৰপেটাৰ নিচেই ওচৰত সুন্দৰীদিয়া গাওঁলৈ আহিছিল আৰু ওচৰ-পাঁজৰৰ ঠাইবোৰ দখল কৰি নিজকে ভূস্বামী হিচাপে প্ৰতিষ্ঠা কৰিছিল। বিজয় সিং চৌধুৰীৰ বংশধৰসকলে আহোম যুগলৈ বাউসী পৰগণা শাসন কৰিছিল, আৰু তাৰ পাছতো ইংৰাজৰ ৰাজত্ব কালত তহশিলদাৰ / মৌজাদাৰ স্বৰূপে বিভিন্ন ঠাইত শাসনকাৰ্য্য চলাইছিল।

ৰজা ৰঘুদেৱ নাৰায়ণে কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণৰ প্ৰভুত্ব অস্বীকাৰ কৰি নিজকে স্বাধীন বুলি ঘোষণা কৰে আৰু 'ছোট ৰজা' উপাধি লৈ মোহৰ মাৰে। ৰঘুদেৱে ইসা খাঁ নামৰ বঙ্গৰ এজন পাঠান দলপতিৰ সাহায্যত লক্ষ্মীনাৰায়ণৰ ৰাজ্য আক্ৰমণ কৰিছিল। লক্ষ্মীনাৰায়ণে দিল্লীৰ মোগল সম্ৰাটৰ অধীনস্থ বঙ্গৰ চুবাদাৰ ৰজা মানসিংহৰ আশ্ৰয় লৈছিল আৰু ৰঘুদেৱৰ লগত যুদ্ধত প্ৰবৃত্ত হৈছিল (১৫৯৭ খৃ.ৰ ৩ মে'ত)। সেই যুদ্ধত ৰঘুদেৱ নাৰায়ণ পৰাজিত হৈছিল আৰু তেওঁৰ বিস্তৰ ক্ষতি সাধন কৰা হৈছিল। ১৬০৩ চনত ৰঘুদেৱৰ মৃত্যুৰ পাছত পুতেক পৰীক্ষিত নাৰায়ণ কোচ-হাজোৰ ৰজা হয়। লক্ষ্মীনাৰায়ণৰ লগত তেওঁৰো বিবাদ আৰম্ভ হয়। এই ক্ষেত্ৰত বিভিন্ন সময়ত মোগল, পাঠান আৰু আহোম সৈন্যই

লক্ষ্মীনাৰায়ণ আৰু পৰীক্ষিত নাৰায়ণৰ পক্ষ লৈছিল। লক্ষ্মীনাৰায়ণৰ প্ৰৰোচনাত বঙ্গৰ মোগল চুবাদাৰ শেখ আলাউদ্দিন ফটেহপুৰী ইছলাম খানে কোচ হাজো ৰাজ্য আক্ৰমণ কৰে। পৰীক্ষিতে হাজোৰ পৰা বৰনগৰলৈ হোঁহকি যায়, কিন্তু পাছত পাণ্ডুলৈ গৈ মোগলৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হয়। ১৬১৩ খ্ৰীঃৰ জুলাই মাহত পৰীক্ষিতৰ কামৰূপ ৰাজ্য অধিকৃত হয়। মোগলে পৰীক্ষিতক বন্দী কৰি প্ৰথমতে ঢাকা আৰু তাৰ পাছত দিল্লীলৈ লৈ যায়। মোগল সম্ৰাট জাহাঙ্গীৰে চাৰি লাখ টকাৰ বিনিময়ত পৰীক্ষিতক কোচ-হাজো ৰাজ্য এৰি দিবলৈ মান্তি হয়; কিন্তু পৰীক্ষিত উভতি আহোঁতে বাটত মৃত্যু হয় (১৬১৪ খ্ৰীঃত)। এই সুযোগতে মোগলে ১৬১৫ ছনত বৰনদীলৈকে সমগ্ৰ কোচ-হাজো ৰাজ্য নিজ অধীনলৈ নিয়ে আৰু মকৰম খাঁক গৱৰ্ণৰ নিযুক্ত কৰে। পৰীক্ষিত নাৰায়ণৰ ভ্ৰাতা বলিনাৰায়ণে পলাই গৈ আহোম ৰজা প্ৰতাপ সিংহৰ আশ্ৰয় লয়গৈ আৰু হেৰোৱা ৰাজ্য পুনৰুদ্ধাৰৰ বাবে চেষ্টা কৰিছিল। আহোমে কোচ-হাজো ৰাজ্যৰ পূৰ্বাংশ উদ্ধাৰ কৰি বলিনাৰায়ণক দৰঙ অঞ্চলত কৰতলীয়া ৰজা স্বৰূপে প্ৰতিষ্ঠা কৰিছিল ১৬১৬ খ্ৰীঃত। কামৰূপ খণ্ডত কোচসকলে মোগল বশ্যতা স্বীকাৰ নকৰিলে। তেওঁলোকে বহুজন নায়কৰ নেতৃত্বত মোগলৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰে। সনাতন নামৰ কোচ নায়ক এজনে বৰনগৰত অৱস্থিত মোগল ছাউনী আক্ৰমণ কৰে, কিন্তু পৰাজিত হয়। ইয়াৰ পাছত ১৬১৭ ছনৰ পৰা ১৬৩৮ ছনলৈ কামৰূপৰ কোচ ৰাজ্য এফালে কোচ-আহোম আৰু আনফালে মোগলৰ ভিতৰত কেবাবাৰো হস্তান্তৰিত হৈছিল। বলিনাৰায়ণ আহোম ৰজাৰ কৰতলীয়া হোৱা শুনি মোগল সম্ৰাট জাহাঙ্গীৰে আবুবক্কৰক সেনাপতি পাতি আহোমৰ বিৰুদ্ধে পঠাই দিয়ে। ১৬১৭ ছনত আহোমে যুদ্ধত মোগল সেনাপতি আৰু পাণ্ডুৰ থানাদাৰ সত্ৰাজিতক

যত্ন কৰি কোচ-হাজো ৰাজ্য পুনৰ মানাহ নদীলৈ বিস্তাৰ কৰে। ১৬৩৭ চনৰ অক্টোবৰ মাহত বৰপেটাৰ উত্তৰ অঞ্চলত মোগল আৰু আহোমৰ মাজত কেবাখনো তয়াময়া খণ্ডযুদ্ধৰ বিৱৰণ গেইটৰ অসম বুৰঞ্জীত পোৱা যায়। উত্তমনাৰায়ণ নামৰ কোচ বংশীয় জমিদাৰ এজনে মোগলৰ বশ্যতা স্বীকাৰ কৰি বৰনগৰত শাসন কৰিছিল। আহোম আৰু কোচৰ সম্মিলিত সৈন্যই উত্তমনাৰায়ণক খেদি বৰনগৰ অধিকাৰ কৰে আৰু বৰনগৰ পুৰি ধ্বংস কৰে (১৬৩৭ খৃঃ ত)। সেই কাৰণে ঢাকাৰ নৱাবৰ অধীনস্থ চিলেটৰ ফৌজদাৰ মহম্মদ জামানে উত্তমনাৰায়ণক পুনঃ প্ৰতিষ্ঠা কৰিবলৈ বৰনগৰ আক্ৰমণ কৰিছিল। জামানে পহুমাৰা নদী পাৰ হৈ বৰনগৰৰ পিনে অগ্ৰসৰ হ'লত আহোমসকলে বৰনগৰ পৰিত্যাগ কৰি ভুটান পৰ্বতৰ পাদদেশত কোঠ্ৰী নামৰ ঠাইলৈ পশ্চাদপহৰণ কৰিছিল। মহম্মদ জামানে বিষেনপুৰত কোঠ মাৰি বাৰিষা কাল শেষ হবলৈ অপেক্ষা কৰিছিল। এনেতে আহোমে নতুনকৈ সৈন্য আৰু ৰণ-সম্ভাৰ পাই ৩১ অক্টোবৰৰ ৰাতি মোগলক আক্ৰমণ কৰে। মুছলমান সৈন্য পিছুৱাই গৈ জাখলিখানা, ভৱানীপুৰ আৰু ভাটৌকুছি নামে ঠাইত কোঠ মাৰি আছিল। আহোম সৈন্যই বৰ্ত্তমান গোৱৰ্দ্ধনাৰ উত্তৰে অৱস্থিত কালপানীত বাহৰ পাতি তাৰ পৰা জাখলিখানা আৰু ভৱানীপুৰ আক্ৰমণ কৰে। দুয়োখন ঠাইৰে মোগল কোঠ ধ্বংস কৰি আহোম সৈন্যই ভাটৌকুছিও অধিকাৰ কৰে; কিন্তু পিছদিনা পুৱাতে মোগলে ভাটৌকুছি পুনৰ অধিকাৰ কৰে। এই যুদ্ধত আহোমৰ বিস্তৰ ক্ষতি হয়। চাৰি হাজাৰ সৈন্য, বহুজন সেনাপতি আৰু বন্দুক হিলৈ আদি হেৰুৱাই আহোম সৈন্যই বৰনগৰৰ ওচৰত বৰপেটীয়া নামে ঠাইত বাহৰ পাতি বৈছিল। মোগলে তেওঁলোকৰ সৈন্যবাহিনী একত্ৰিত কৰি তিন দিশৰ পৰা আহোমক আক্ৰমণ কৰিছিল। আহোমে পৰাজয় বৰণ কৰি ১৬৩৮ চনত মোগলৰ

সৈতে সন্ধি কৰে আৰু সেই চুক্তিমতে পূবে বৰনদীলৈকে ভূমিখণ্ড মোগলৰ অধীনলৈ যায়। মোগলে উত্তমনাৰায়ণক বৰনগৰৰ সামন্ত ৰজা পাতি থৈ যায়। ১৬৩৯ চনৰ পৰা প্ৰায় বিশ বছৰ কাল কামৰূপ মোগলৰ শাসনত আছিল। সেই হিচাপে বৰপেটাও মোগলৰ অধীনলৈ যায়। পৰবৰ্ত্তী কালচোৱাৰ ভিতৰত ৰাজ্যৰ অধিকাৰ লৈ মোগল আৰু আহোমৰ কেবাখনো যুদ্ধ হৈছিল আৰু তাৰ ফল স্বৰূপে বৰপেটা তথা কামৰূপৰ শাসন মোগল আৰু আহোমৰ মাজত কেবাবাৰো হস্তান্তৰিত হৈছিল। দিল্লীৰ বাদছাহে সুন্দৰী-দিয়াৰ মাধব মৰলৰ পুত্ৰ হৰিচৰণ চৌধুৰীক পূৰ্বপুৰুষসকলৰ বাব আৰু মৰ্যাদা ৰক্ষা কৰি ফাৰ্চী মজহৰ দি বাউসী পৰগণাৰ কৰ্ত্তৃত্ব দিছিল। সাহস আৰু কৃতিত্বৰ বাবে হৰিচৰণ চৌধুৰী বীৰ হৰিচৰণ বুলি প্ৰখ্যাত হৈছিল। তেওঁৰ বংশৰ উদ্ধৱসিং চৌধুৰীৰ মৃত্যুৰ পাছত বাউসী পৰগণাখন গুৱাহাটীৰ বৰফুকনৰ প্ৰত্যক্ষ অধীনলৈ যায়। অৱশ্যে পৰবৰ্ত্তী কালত উদ্ধৱসিং চৌধুৰীৰ নাতি অভিৰাম চৌধুৰীয়ে ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইক সাক্ষাৎ কৰি তেওঁৰ জৰিয়তে স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহক আবেদন জনোৱাত, ৰজাই ১৮১৬ খৃঃত তামৰ ফলি দি বাউসী পৰগণাখন পুনৰ তেওঁক দিছিল(১)।

সম্ৰাট জাহাঙ্গীৰে কামৰূপ নিজৰ অধীনলৈ নিয়াৰ পিছত শেখ ইব্ৰাহীম কড়োৰী নামে এজন আমিন পঠাই মাটি বন্দোবস্তীৰ ব্যৱস্থা কৰিছিল। ইয়াকে পৰগণাবন্দী বুলিছিল। কামৰূপক চাৰি ভাগ কৰিছিল। প্ৰত্যেক ভাগক চৰকাৰ বুলিছিল। তাৰে এভাগ আছিল চৰকাৰ কামৰূপ আৰু তাত বৰপেটা, বাউসী, ক্ষেত্ৰী, বজালী, বৰনগৰ, বাঁহবাৰী আৰু বিজনী পৰগণা পাতিছিল। ড° সূৰ্য্যকুমাৰ ভূঞাৰ "কামৰূপৰ বুৰঞ্জী"ৰ পৰিশিষ্টত সন্নিৱিষ্ট

---

*(১) বীৰেশ্বৰ বৰুৱাৰ "সংকলিত শ্ৰীশ্ৰীমাধৱদেৱ......" পৃঃ ৫৮-৬০।*

"কামৰূপৰ পুৰাবৃত্ত"ত আছে যে, মোগলে প্ৰথমতে একোজন গোমস্তাৰ অধীনত "তপা" নাম দি একোটা এলেকাৰ শাসনভাৰ দিছিল। পাছত এই তপাবিলাকক "পৰগণা" নাম দিলে। শাসনৰ সুবিধাৰ্থে পৰগণাবিলাক তালুক, লাট আৰু গাওঁত ভাগ কৰিছিল। পৰগণাৰ বিষয়াক ঠাই বিশেষে বুজৰবৰুৱা আৰু চৌধাৰী আৰু তালুকৰ বিষয়াক তালুকদাৰ বুলিছিল। তেওঁলোকক সহায় কৰিবলৈ ঠাকুৰীয়া, পাটোৱাৰী, কাকতী, গাওবাৰিকা আদি বিষয়া নিয়োজিত হৈছিল। এওঁলোকে গাওঁ আৰু পৰগণাৰ হিচাপ-পত্ৰ ৰাখিছিল। পৰগণাৰ বিচাৰকক শিকদাৰ বুলিছিল। তেওঁ ৰাজহ বিষয়া আমিনক ৰাজহ সংগ্ৰহত পুলিচ শক্তি দি সহায় কৰিব লাগিছিল। আমিন আৰু কাননগোৰ কৰ্ত্তব্য আছিল মাটিৰ জৰীপ, খাজনা নিৰ্দ্ধাৰণ আৰু খাজনা আদায়। গাওঁৰ পাটোৱাৰীৰ বহীত আজিকালিৰ মাটিৰ জমাবন্দীৰ [illegible] সকলো বিৱৰণ আছিল।

১৬৮২ খৃষ্টাব্দত আহোম ৰজা গদাধৰ সিংহৰ দিনত মোগল সৈন্যৰ লগত গুৱাহাটীৰ ওচৰৰ ইটাখুলিত শেষ যুদ্ধ হয়। আহোমে মোগলক মানাহ নদী পাৰ কৰি খেদি দিয়ে আৰু মানাহ নদী মোগল আৰু আহোম ৰাজ্যৰ সীমা হিচাপে নিৰ্দ্ধাৰিত হয়। এনেকৈয়ে অৱশেষত বৰপেটা তথা কামৰূপত স্থায়ীভাৱে আহোমৰ ৰাজত্ব প্ৰতিষ্ঠিত হৈছিল। ১৮২৬ চনলৈ অৰ্থাৎ আহোম ৰাজত্বৰ শেষলৈ আৰু ইংৰাজৰ আগমনলৈ এই নদীখন আহোম ৰাজ্যৰ পশ্চিম সীমা হৈ আছিল।

কোচ বংশৰ ৰাজত্ব কাল বৰপেটাৰ বুৰঞ্জীত "সোণালী যুগ" বুলি কব পাৰি। এই যুগতে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰধান শিষ্য শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীশ্ৰীহৰিদেৱ, শ্ৰীশ্ৰীদামোদৰদেৱ আৰু তেওঁসকলৰ নিয়োজিত ধৰ্মাচাৰ্য্যসকলে বৰপেটা অঞ্চলত আৰু

তাৰ পৰা অসমৰ বিভিন্ন ঠাইত একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। ধৰ্ম প্ৰতিষ্ঠাৰ উপৰিও গুৰুসকলে সাহিত্য-কলা-সংস্কৃতিৰ বিভিন্ন দিশত তেওঁলোকৰ মহান অৱদানেৰে অসমীয়া কৃষ্টি-সভ্যতাত নৱযুগৰ সূচনা কৰিছিল। ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ প্ৰমুখ্যে চৰিতকাৰ সকলৰ দ্বাৰা ৰচিত গুৰু-চৰিত সমূহৰ পৰা গুৰুসকলৰ জীৱন-লীলাৰ উপৰিও সেই সময়ৰ সামাজিক জীৱন, আচাৰ-বিচাৰ, বৈষ্ণৱ আন্দোলন আৰু অনুষ্ঠান, ধৰ্মীয় ইতিহাস সম্পৰ্কে বহু কথা জানিব পৰা গৈছে। বৰপেটাত থকা কালত তেৰাসকলৰ জীৱন-চৰিত আৰু কৃতী-কৰ্মৰ বিষয়ে ঐতিহাসিক দৃষ্টিকোণৰ পৰা এটি চমু আভাস দিবলৈ পৰৱৰ্ত্তী অধ্যায়ত প্ৰয়াস কৰা হৈছে।

মহাপুৰুষ সকলৰ পাছত তেওঁলোকৰ মনোনীত ধৰ্মাচাৰ্য্য সকলে বৈষ্ণৱ ধৰ্ম প্ৰচাৰাৰ্থে উজনি আৰু নামনি অসমৰ নানা ঠাইত থান-সত্ৰ স্থাপন কৰিছিল। কিন্তু মহাপুৰুষ শঙ্কৰদেৱে আৰু তেৰা বেহাৰলৈ যোৱাৰ পাছত মহাপুৰুষ মাধৱদেৱে যিদৰে অসমত নৱ বৈষ্ণৱ আন্দোলনৰ গুৰি ধৰিছিল, পৰৱৰ্ত্তী কালত কোনো কোনো ধৰ্ম-গুৰুই নিজাকৈ স্বকীয়া পন্থৰ সৃষ্টি কৰাৰ ফলত ধৰ্মীয় একতাত ভাঙন ধৰিছিল আৰু এয়ে অসমৰ বিভিন্ন সমাজত (বিশেষকৈ জনজাতিৰ মাজত) শঙ্কৰী ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত পৰিপন্থী অৱস্থাৰ সৃষ্টি কৰিছিল।



# তৃতীয় অধ্যায়

## শঙ্কৰী যুগ: নৱবৈষ্ণৱ আন্দোলন

### বৰপেটা-বাউসীত শ্ৰীমন্ত শঙ্কৰদেৱ
### (১৫৪৬-১৫৬৫ খ্ৰীষ্টাব্দ)

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰপেটা আগমন বৰপেটাৰ বুৰঞ্জীৰ যুগান্তকাৰী ঘটনা। সুদীৰ্ঘ একুৰি বছৰ কাল জুৰি বৰপেটা-বাউসী তেখেতৰ লীলাক্ষেত্ৰ আছিল। শ্ৰীমন্ত শঙ্কৰে তেখেতৰ অভিন্ন হৃদয় মাধৱদেৱৰ সহযোগত দশোদিশে থান-সত্ৰ পাতি নানা শাস্ত্ৰ, গীত-নাটৰ মাধ্যমেৰে হৰিনাম ধৰ্ম প্ৰচাৰ কৰিছিল আৰু বিভিন্ন জনগোষ্ঠীৰ লোকক প্ৰেম-প্ৰীতিৰ উদাৰ বন্ধনেৰে আঁকোৱালি এখন বৃহত্তৰ অসমীয়া সমাজ গঠনৰ পাতনি মেলিছিল। মহাপুৰুষ দুজনা গুৰুৱে বৰপেটাত কটোৱা কালছোৱাক ভক্তি আন্দোলনৰ চূড়ান্ত যুগ বুলি কোৱা হয়।

উজনি অসমৰ ধুৱাঁহাটাত থকা কালত শ্ৰীমন্ত শঙ্কৰদেৱে আহোম ৰজাৰ ব্যৱহাৰত অসন্তোষ পাই, বিশেষকৈ তেওঁৰ জোঁৱাই হৰিক ৰাজ-আজ্ঞাত চাওদাঙে কটাৰ পাছত অসম ৰাজ্য পৰিত্যাগ কৰিবলৈ মনস্থ কৰে আৰু কোচৰজা নৰনাৰায়ণৰ গুণ-গৰিমাৰ কথা শুনি তেওঁৰ ৰাজ্যলৈ যাবলৈ ওলায়। এইমতে মাধৱদেৱ প্ৰমুখ্যে ছকুৰি ভকত-শিষ্য সমন্বিতে আহোম ৰজাৰ দেশ এৰি ব্ৰহ্মপুত্ৰ নৈয়েদি ভটিয়াই আহি কামৰূপত প্ৰৱেশ কৰিছিল। ৰামচৰণ ঠাকুৰ বিৰচিত গুৰুচৰিতৰ মতে (পৃঃ ৫৩৪) লুইতৰ এটা সুঁতিয়েদি তেওঁলোক বুঢ়ীলোহিত্য (চাউলখোৱা) নদীত সোমায় আৰু বৰ্তমান মঙ্গলদৈ জিলাৰ ৰুকভাগ-বৰুভাগ পাৰ হৈ খেহদেশ

( ক্ষেত্ৰী পৰগণা ) পায়হি। তাৰপৰা নদীয়েদি ভটিয়াই কপলা বা -কাপলা নামৰ বিশাল বিল এটাৰ পাৰত নাও চপাই ঠাইডোখৰ থাৰে-পানীয়ে-মাছে সুচল দেখি মহাপুৰুষে তাত থান-সত্ৰ সজাই ছয়মাহ কাল নিবৰ্ত্তিছিল। এইখিনেই বৰ্ত্তমান সৰুক্ষেত্ৰী মৌজাৰ বেলবাৰীৰ ওচৰৰ কাপলাৰবৰি সত্ৰ। লক্ষ্মীনাথ বেজবৰুৱাৰ "শ্ৰীশঙ্কৰদেৱ শ্ৰীমাধৱদেৱ" গ্ৰন্থ মতে (পৃঃ ৮০) তেওঁলোকে বৌৰা নামৰ সুঁতিয়েদি ব্ৰহ্মপুত্ৰৰ পৰা চাউলখোৱা নদীত সোমাইছিল আৰু তাৰ পৰা ভটিয়াই টপাবৰি নামৰ এখন ঠাইত উঠি বহাঘৰ সাজি, সত্ৰ পাতি ধৰ্ম প্ৰচাৰ কৰিছিল। এই টপাবৰি সত্ৰই কাপলাৰবৰি বুলি অনুমান হয়।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ১৪৬৮ শকৰ (ইং ১৫৪৬ চন) বহাগ-জেঠ মাহৰ দিনত কাপলাৰবৰিলৈ আহিছিল। কাতি মাহ পৰিলত জ্বৰ-নৰিয়া ব্যাপকভাৱে দেখা দিলে আৰু বহু লোক হানি হ'ল। ইয়াতে মাধৱদেৱৰ মাতৃ মনোৰমা পৰলোক গমন কৰে (দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিত মতে বাৰাদিত পৰলোক গমন কৰিছিল)। শঙ্কৰ গুৰুৱে বিলম্ব নকৰি কাপলাৰবৰি পৰিত্যাগ কৰে আৰু নাৱেৰে ভাটিমুখে ৰাওনা হয়। বৰপেটা পাওঁতে তেওঁলোকৰ বিশদিন লাগিছিল। বাটত ঠাই বিশেষে বৈ বৈ আহিছিল। চেঙা গাওঁৰ উত্তৰে চাউলখোৱাৰ পাৰৰ যি ঠাইত তেৰাসবে বিশ্ৰাম কৰি ভৰি পথালিছিল, তাক "ভৰি ধুৱাৰ ঘাট" বোলে। সুন্দৰীদিয়া গাওঁৰ ঘাট পাওঁতে শঙ্কৰদেৱে তাৰ মানুহক গাওঁখনৰ নাম-ধাম সুধি জানিব পাৰিলত যে, সেই গাওঁখনক সুন্দৰী বোলে, তেওঁ সেই ঘাটত জুঠি ভটিয়াই গৈ চিৰলিয়ামুখৰ ঘাটত নাও চপাইছিল। চিৰলিয়ামুখ বাৰাদিৰ ওচৰৰ চিল্লাৰ পথাৰত আছিল। বেজবৰুৱাৰ মতে বুঢ়ীলুইতৰ পৰা খোৰানদীত সোমাই বাৰাদিৰ ঘাট পাইছিল। তেতিয়া নখান্দা নদীৰ উৎপত্তি হোৱা নাছিল। সেইকাৰণে বৰপেটা

চহৰৰ উত্তৰ সীমাত অৱস্থিত মৰানদীখন পুৰণি খোৰানদীৰ গতিপথৰ একাংশ বুলি অনুমান হয়। ঘাটত চৌকীয়া মাজী নামৰ লোক এজনক পাই ঠাইখনৰ পৰিচয় সুধিছিল—

"ইটো কোন দেশ বুলি শঙ্কৰে পুছয়।
তেন্তে কহিলন্ত আৰু বাউসী বোলয়॥
কিহেতু বোলয় বাউসী কহিয়ো কাৰণ।
কহিলন্ত আত সাধু আছে লোকজন॥
সত্য ব্যতিৰেকে মিছা নুবুলে বচন।
নাহি মিছা বেশ্যা চোৰ টেণ্টন টামন॥
এতেকে সেহিটো দেশ বাউসী বোলয়।
কহিলোহো শুনিলাহা দেশৰ অন্বয়॥" (ৰামচৰণ, পৃঃ৫৩৭)

শুনি শঙ্কৰদেৱ প্ৰভুৰ মন পুলকিত হ'ল আৰু বাউসী অঞ্চলৰ লোকক প্ৰশংসা কৰিলে।

মাধৱদেৱে কাপলাৰবৰিতে মাকৰ দহা কৰ্মখিনি কৰিছিল। নদীৰে ভটিয়াই অহা কাৰণে মাকৰ মাহেকীয়া শুদ্ধি কৰ্মখিনি কৰিবলৈ তেওঁৰ ঠাইৰ সুবিধা হোৱা নাছিল। গতিকে শঙ্কৰদেৱে চৌকীয়া মাজীৰ (বেজবৰুৱাৰ মতে বুঢ়া দলৈ) ঘৰতে শুদ্ধি কৰ্মখিনি সম্পন্ন কৰাৰ বাবে অনুমতি বিচৰাত মাজীয়ে আগ্ৰহেৰে সন্মতি দিলে। মাধৱদেৱে বৈনায়েক ৰামদাস আৰু ভগ্নী উৰ্বশীৰ সৈতে বাৰাদিত নামিল। বাৰাদি বৰপেটা সত্ৰৰ পৰা অলপ দূৰ পূৱত অৱস্থিত।

মাধৱদেৱক বাৰাদিত থৈ শঙ্কৰদেৱে ভক্তবৃন্দৰ সৈতে বুঢ়ী-লুইতেদি ভটিয়াই গৈ জনিয়া সত্ৰৰ ওচৰৰ ছাপৰা গাওঁ পায়হি। সেই সময়ত ছাপৰাৰ নাম চৰ্পটেশ্বৰ আছিল আৰু লোকসকল শৈৱ আছিল। সেইকাৰণে শঙ্কৰ গুৰুৱে ভাত নৰ'ল। ছাপৰাৰ পৰা পশ্চিমকালে ভটিয়াই নগৈ গুৰুজন চাউলখোৱা নদীৰে উজাই আহি পাৰ্জালেৰে বৰপেটাত প্ৰৱেশ কৰিলে; কিয়নো বৰপেটা-

খাউসীৰ পৰিবেশে তেওঁক ইতিমধ্যে আকৃষ্ট কৰিছিল। গঙ্গাজানত পানীৰ প্ৰবল ধাৰৰ নিমিত্তে গুৰুজনৰ নৌকা উজাই অত্যন্ত কষ্ট হৈছিল। পানীত অপৰ্য্যাপ্ত মাছ— খাবৰ কোবত নাওত বাধা পাই কুৰিহা, বৰালি আদি মাছ জপিয়াই আহি নাওত পৰিছিল। গুৰুজনে ঠাইডোখৰ "থাৰে, পানীএ, মাছে সজ" যেন দেখি ভকতক পাবত উঠি চাবলৈ ক'লে। ভকতে চাই আহি সজ বুলি কোৱাত গুৰুজন বৰপেটা বিলৰ উত্তৰ পাৰে পালেংদিবৰিত উঠিছিল। বৰপেটা বিল "পৰম শোভন আৰু দেখিতে বহল" আছিল। বিলটোৰ আকৃতি অৰ্দ্ধচন্দ্ৰ কাৰ আছিল— উত্তৰৰ পৰা পূব দিশ আগুৰি দক্ষিণলৈ বিস্তৃত আছিল। বিলত মাছ, কাছ, লতাপতা বিস্তৰ আছিল। নানা জাতীয় চৰাই পানীত কোলাহল কৰি চৰি ফুৰিছিল। দেখি শঙ্কৰদেৱৰ সেই ঠাইত থাকিবলৈ মন হৰষিত হৈছিল। বিলৰ পাৰত এজোপা ডাঙৰ, দেখিবলৈ সুন্দৰ বৰ পাৰলি বৃক্ষৰ তলত নি গুৰুজনে নাও চপালে। সেই গছজোপাক ঠাইডোখৰৰ নাম অনুসৰি চুণপৰা বৃক্ষ বুলিছিল।

চুণপৰা, চুণপুৰা বা চুণপোৰা ভিঠি নাম সম্বন্ধে কথা-গুৰুচৰিতত বিভিন্ন কাৰণ দেখুওৱা হৈছে। গুৰুজনে যি জোপা বৰ পাৰলি গছৰ তলত জিৰাইছিল, সেই গছজোপাৰ ওপৰত নানা চৰায়ে আদি চুনৰ দৰে বগা কৰিছিল বাবে চুণপৰা নাম। দ্বিতীয়তে, ঠাইডোখৰৰ ভাটিফালে কুমাৰ, হীৰা জাতিৰ লোকৰ বসতি আছিল আৰু মুখী সম্প্ৰদায়ৰ মানুহে শামুক পুৰি চুণ তৈয়াৰ কৰিছিল বাবে চুণপোৰা নাম। তৃতীয়তে, ভিঠিত বহাঘৰ সাজিবলৈ কোৰেৰে প্ৰথম চাব মাৰি এজোপা 'বিৰিণা' আনোতে তলত এচৰু পোৰা শামুকৰ চুণ ওলাইছিল। চতুৰ্থতে, শ্ৰীকৃষ্ণদেউ কুণ্ডিল নগৰৰ পৰা ৰুক্মিণী দেৱীৰ সৈতে আহোঁতে উভতি আঁওতে ৰথত গুৱা ভোজন কৰোঁতে টেমিৰ পৰা চুণ পৰিছিল বাবে

ঠাইৰ নাম চুনপৰা। এই চাৰি অধ্যয়ৰ উপৰিও চলিত শতাব্দীৰ দ্বিতীয় অৰ্দ্ধকৰ পৰা এই পৱিত্ৰ ঠাইডোখৰ চিনপৰা ভিঠি বুলি জনাজাত হৈছে। স্থানীয় ভকতৰ মতে গুৰুজনে ইয়াত পাঁচটা শুভ চিন পাই সেই ঠাইতে থাকিবলৈ লয় আৰু হাবি-বন কাটি মুকলি কৰি নামঘৰ আৰু বহাঘৰ সাজিছিল। চুণপোৰাত গুৰুজন ছয়মাহ আছিল। দৈত্যাৰি ঠাকুৰৰ মতে এবছৰ কাল আছিল। ইয়াত থকা গুৰুজনৰ ভিঠিটো সুৰক্ষিত হৈ আছে আৰু তাত সদায় বন্তি জ্বলে। সম্প্ৰতি চুণপোৰাত নামঘৰ, দৌল আদি নতুনকৈ নিৰ্মাণ কৰা হৈছে।

বৰপেটাৰ চুণপোৰা ভিঠিৰ তোৰণত থকা ফলকত শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰপেটা আগমন ১৪৭২ শক বুলি ধৰা হৈছে। কথাগুৰুচৰিতত বৰপেটাত শঙ্কৰ জীৱন-লীলা ক্ৰম কাপলাত ½ বৰ্ষ, পথে ২০ দিন, চুণপোৰাত ½ বৰ্ষ, কুমাৰকুছিত ১ বৰ্ষ আৰু পাটবাউসীত ১৪ বৰ্ষ বুলি উল্লেখ আছে। সেই হিচাপে মুঠতে প্ৰায় ১৬ বছৰ হয়। তাৰ পাছত দুবছৰমান বেহাৰত থাকি ১৪৯০ শকৰ ভাদ মাহত গুৰুজনৰ বৈকুণ্ঠ প্ৰয়াণ হৈছিল। এই হিচাপে মহাপুৰুষৰ বৰপেটা আগমন ১৪৭২ শকৰ কাতি / আঘোণ মাহত হয়। কিন্তু পাটবাউসী থানৰ ভকতৰ মতে গুৰুজন পাটবাউসীত ১৮½ বছৰ আছিল। তেতিয়া হলে তেবাৰ বৰপেটা আগমনৰ সময় ৪ বছৰমান আগুৱাই যায়। বেজবৰুৱাৰ "শঙ্কৰদেৱ" গ্ৰন্থত শঙ্কৰদেৱৰ কামৰূপ আগমনৰ সময় ১৪৬৮ শক ধৰিছে। প্ৰত্নতত্ত্ববিদ ৰাজমোহন নাথৰ মতেও ১৫৪৬ খৃঃত (১৪৬৮ শক) শঙ্কৰদেৱ বৰপেটালৈ আহিছিল। ড° মহেশ্বৰ নেওগেও 'অসমীয়া সাহিত্যৰ ৰূপৰেখা"ত গুৰুজন ১৫৪৬ চনত কামৰূপলৈ আহিছিল বুলি লিখিছে (১)।

(১) মহেশ্বৰ নেওগ ৰচনাৱলী, ১ম খণ্ড, পৃঃ ১১৫, ৫৪৩, ৫৬৯।

চুণপোৱা ভিঠিত শঙ্কৰ গুৰু খিতাপি হৈ একশৰণ হৰিনাম ধৰ্ম প্ৰচাৰত ব্ৰতী হৈছিল। তাঁতীকুছি আদি ঠাইৰ পৰা অনেক লোক গৈ গুৰুজনাৰ পাশত শৰণ লৈ কৃতকৃতা হৈছিল। মাধৱদেৱে নিতৌ বাৰাদিৰ পৰা চুণপোৱালৈ আহি গুৰুসেৱা কৰিছিল। এই ঠাইতে ভবানন্দ নামৰ সাউদ এজনে আহি শঙ্কৰদেৱক সাক্ষাৎ কৰি শৰণ লয়, যিজন নাৰায়ণদাস ঠাকুৰআতা নামে প্ৰখ্যাত হৈছিল। নাৰায়ণদাসত উত্তম পুৰুষৰ লক্ষণ দেখা পাই গুৰুজনে তেওঁক মাধৱদেৱৰ সৈতে সখি কৰি দিয়ে। ৰাম ৰাম গুৰু, সৰ্বজন, পৰমানন্দ, বলভদ্ৰ, বলোৰাম, বৰ গোবিন্দ, হৰি গুৰু, ভোবোৰা দামোদৰ, বলাই, হৰিধন, হৰিদাস বনিয়া প্ৰমুখ্যে শিষ্যবৃন্দ গুৰুজনৰ লগত আছিল।

চুণপোৱাৰ ঘাটত অনেক নাৱৰীযাই নাও বান্ধি ঠাইডোখৰ অপৰিষ্কাৰ আৰু অশুচি কৰিছিল। সেইবাবে গুৰুপত্নী কালিন্দী আইৰ আপত্তিত শঙ্কৰদেৱে চুণপুৰা পৰিত্যাগ কৰে আৰু জয়ন্তী (জতি) গাওঁৰ মধাই আতৈৰ পৰামৰ্শক্ৰমে দক্ষিণে কটকতলি বিলৰ পাৰত কুমাৰকুছি নামে এখন ওখ ভাল ঠাইলৈ গমন কৰে। চুণপুৰাৰ পৰা গৈ শঙ্কৰদেৱে গণকপাৰা নাইবা গণককুছিত তিনিমাহ থকা বুলি ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতত উল্লেখ আছে। তাৰ পাছত গণককুছিৰ ঘৰ মাধৱদেৱক দি শঙ্কৰদেৱে কুমাৰকুছিলৈ যায় (২)। কিন্তু গুৰুজন চুণপুৰাৰ পৰা পোনে পোনে কুমাৰকুছিলৈ যোৱা কথাটোহে অন্য চৰিতকাৰ আৰু ভকত-সজ্জনে মানি লৈছে। কুমাৰকুছিত গুৰুজন এবছৰ থাকি ভক্তি-ধৰ্ম প্ৰচাৰ কৰিছিল। কুমাৰকুছিত থাকি গুৰুজনে কিছুমান অসুবিধা পাইছিল। তাতে আকৌ তেৰাৰ মুমলী কন্যা ৰুক্মিণীৰ ৰাতি শুই থাকোতে মৃত্যু

(২) শক ১৪৪৫ / ৪৬।

দুলন্ত মনৰ বেজাৰত শঙ্কৰদেৱে কুমাৰকুছি পৰিত্যাগ কৰি ভকত সমে এমাইল দক্ষিণে পাটবাউসীলৈ যায়। তেতিয়া পাটবাউসীৰ পশ্চিম অংশক বৰলজাৰ বা বৰলচুঙ আৰু পুব অংশক ব্যাসপুৰ বুলিছিল। মাজত ধনুথন্দা জান। গুৰুজন অহাৰ পাছতহে ঠাইৰ নাম পাটবাউসী হয়। পাটবাউসী নামৰ অন্বয় কথা-গুৰুচৰিতত এইদৰে আছে ঃ

"আৰু কৃষ্ণদেউ কুণ্ডিনলৈ যাওঁতে ৰুক্মিণীৰ কার্যাত এথৰ বেগত মূৰ্চ্চিত হওঁতে বেদনিধি তাতে ৰহি ধনুৰে আক লৈ জল উলিয়াই মাথাত দিছে; জলপান কৰিছে। গুৰা ভোজন কৈ মুখামৃত পেলালে। তাকে পৃথিবীএ অ ৱৰণকৈ পাট মাৰি থৈছিল। কীৰ্ত্তন গৃহৰ গাত খানতে উলিয়াই সবাকে গুচ বাটি দি তাতে পুনু কপাট মাৰি থৈছে। তাতেহে বৰ কালুৰিত্ৰ আবৰি আছিল, কেও সোমাব নপৰাহে, হস্তীকে বিদাৰিলে শৰে। আৰু মহাপুৰুষ গুৰু বৈকুণ্ঠৰ পৰা একশন্ন বস্তুৰ পাট সঞ্চাৰ তাতে মেলি গজালিছে। আৰু বাউনী বিলাইতৰো নাম এই-তিনি অন্বৰে জগত প্ৰখ্যাত পাটবাউসী নাম হ'ল। তাতে গুৰুজনে পোন্ধৰ বছৰ ৰহি অনেক লীলা কৰিছে।" সেই সময়ত কোঁচ ৰজাৰ পাট (মুখ্য) নগৰ আছিল বাবে পাটবাউসী নাম হয় বুলিও লোকে কয়।

শ্ৰীমন্ত শঙ্কৰদেৱে পাটবাউসীত ১৮½ বছৰ কাল থাকি ধৰ্ম-সাহিত্য-সংস্কৃতৰ ক্ষেত্ৰত নৱযুগৰ সূচনা কৰিছিল। এই ঠাইতে শ্ৰীশ্ৰীদামোদৰদেৱ আৰু শ্ৰীশ্ৰীহৰিদেৱ গুৰুজনৰ সান্নিধ্যলৈ আহিছিল আৰু এক শৰণ নাম ধৰ্ম প্ৰচাৰত বিশিষ্ট ভূমিকা লৈছিল। মাধৱদেৱ বাৰাদিৰ পৰা আৰু নাৰায়ণদাস ঠাকুৰ আতাই জনিয়াৰ পৰা নিতৌ খোজ কাঢ়ি পাটবাউসীলৈ আহি গুৰুসেৱা কৰিছিল, হৰি-কীৰ্ত্তনৰ অমৃত-ৰস পান কৰিছিল আৰু ধৰ্ম প্ৰচাৰত শঙ্কৰদেৱৰ মুখ্য সহায়ক হৈছিল। বৰপেটা-বাউসীৰ বাহিৰেও আৰু কিমান পাও-

থিলাকীৰ পৰা লোক আহি ধৰ্মক ধৰিছিল। টাপাৰ বলোৰাম আটৈ আৰু দন্তকুছিৰ জতিৰাম আতৈয়ে গুৰুজনাক ধৰ্ম প্ৰচাৰত সহায় কৰিছিল। খৃষ্টীয় ১৫৪৮ চনমানত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত পাটবাউসী থানখনৰ অৱস্থা গুৰুজনৰ অৱস্থান কালত জয়-জয় ময়-ময় আছিল। কীৰ্ত্তনঘৰ, মণিকূট, ভকতৰ বহাঘৰ, বৈঠক-ঘৰ আদিৰ উপৰিও থানৰ চৌহদৰ ভিতৰত ৰাজমেলঘৰ বান্ধি শঙ্কৰ গুৰুয়ে বাউসী পৰগণাৰ শিৰোমণি ভূঞা স্বৰূপে ৰাজকাৰ্যও চলাইছিল। কীৰ্ত্তনঘৰৰ চৌহদৰ চাৰিওদিশে গড়ধাৰৈ দি সমুখৰ প্ৰৱেশ-পথত বাটচ'ৰা আৰু কপাট দুৱাৰ সজাইছিল আৰু ঠায়ে ঠায়ে পানীৰ কুৱা দিছিল। মহাপুৰুষ, আতাপুৰুষ প্ৰমুখ্যে সাধুসন্তৰ সমাবেশত অহোৰাত্ৰি কৃষ্ণ-কথা শ্ৰৱণ-কীৰ্ত্তন হৈছিল বাবে পাটবাউসী থান নৈমিষাৰণ্য সদৃশ হৈ পৰিছিল। পাটবাউসীত থকা কালতে শঙ্কৰ গুৰুৰ বৰ পুত্ৰ ৰমানন্দই বামুণ আঁঠৈৰ কুঁমৰ চৌধুৰীৰ প্ৰথমা কন্যা সুমতিক বিয়া কৰিছিল। ৰামচৰণ ঠাকুৰৰ ভগিনী কান্তিৰ সৈতে আনজন পুত্ৰ হৰিচৰণৰ বিয়া হৈছিল।

কোঁচ ৰজা নৰনাৰায়ণে শনিৰ দশা এৰাবলৈ দৈৱজ্ঞৰ উপদেশত কামৰূপলৈ আহি বৰপেটাৰ আঠ মাইল উত্তৰে বৰনগৰ পাতি ৰ'ল ১৫৫৫ খৃষ্টাব্দত। ৰজাৰ আগমনৰ বাতৰি পাই শঙ্কৰদেৱে পাটবাউসীৰ পৰা ঘিলাধাৰলৈ গৈ ৰজাক সাক্ষাৎ কৰিছিল আৰু ক'লা মাহ দুচক ভেটি নিৰ্মালি দিছিল। ৰজাই আঢ়ৈ বছৰ বৰনগৰত থাকি তাৰ পৰা গোৱালপাৰা জিলাৰ ডিঙা নগৰলৈ যায়। সেই সময়তে শঙ্কৰদেৱৰ ভতিজী ৰামৰায়ৰ কন্যা কমলপ্ৰিয়া বা ভুৱনেশ্বৰীৰ [illegible] ঐ যুৱৰাজ চিলাৰায়ে বিয়া কৰিছিল। ভুৱনেশ্বৰীৰ [illegible] দি তেওঁ চিলাৰায় মুগ্ধ হৈ গুৰুজনক বেহাৰলৈ [illegible] বিহাৰিন [illegible] শৰণ লৈছিল। তাৰেৰ [illegible]

মুখত শঙ্কৰদেৱৰ পাণ্ডিত্যৰ কথা শুনি নৰনাৰায়ণে তেওঁক ৰাজসভালৈ মাতি নি আদৰ-সন্মান কৰিছিল। তেওঁলোকে বৃন্দাবনত শ্ৰীকৃষ্ণৰ শিশু-লীলাৰ পট কাপোৰত বোৱাবৰ নিমিত্তে শঙ্কৰদেৱক অনুৰোধ কৰিছিল। সেইমতে গুৰুজনে কৃষ্ণ-জন্মৰ পৰা কংস-বধলৈ ঘটনাবোৰ চিত্ৰপটত তুলি ছকুৰি হাত দীঘল আৰু তিনি কুৰি হাত পুতলৰ বৃন্দাবনীয়া বস্ত্ৰ প্ৰস্তুত কৰিছিল। এই বস্ত্ৰ ৰবলৈ শঙ্কৰদেৱে নিতৌ তাঁতীকুছিলৈ আহিছিল। পাটবাউসীৰ পৰা ৰণ্ডিয়া জানেদি কুমাৰকুছিলৈ আৰু তাৰ পৰা কোটো জানেদি বৰপেটালৈ সুগম জলপথ আছিল। কেন্দুগুৰিৰ কাৰ্যনাত দিনে এবেগেতকৈ এই বৃন্দাবনীয়া বস্ত্ৰ বোৱাইছিল। এদিন মাধৱদেৱক এই কামৰ ভাৰ দিয়াত তেওঁ আন দিনতকৈ সিদিনা চাৰি আঙুল বেছি কাপোৰ বয়। সিদিনাৰ পৰা গুৰুজনে মাধৱদেৱক "বঢ়াৰ পো" নাম দিছিল। এই কাপোৰখন তুলিবলৈ, মেলি দিবলৈ ছকুৰি মানুহ লাগিছিল। বৰপেটাৰ গোপাল নামৰ এজন মুখিয়াল তাঁতীয়ে এই কাৰ্য্যত বিশেষভাৱে সহায় কৰিছিল। গোপালে প্ৰথমতে শঙ্কৰদেৱক চিনি পোৱা নাছিল বুলি দৈত্যাৰিয়ে উল্লেখ কৰিছে—

"তান্তিৰ উপৰি বীৰ আছিলন্ত
গোপাল নামে জনেক।
থাটন্ত লগতে শঙ্কৰদেৱকে
ন পাৰিলা চিনিবেক॥" (১৮৪ পৃ, গুৰুচৰিত)

শঙ্কৰদেৱে বৰপেটাত নিগাজীকৈ বসবাস কৰি থান-সত্ৰ প্ৰতিষ্ঠা কৰা নাছিল যদিও ছ মাহ (মতান্তৰে এবছৰ) কাল জুৰি বৃন্দাবনীয়া বস্ত্ৰখন ৰবলৈ তাঁতীকুছিলৈ আহি কাৰখানাত কাম কৰা সময়ত সমস্ত লোকক কৃষ্ণ-গুণ-নাম কীৰ্ত্তনৰ দ্বাৰা মোহিত কৰিছিল। দৈত্যাৰি

ঠাকুৰৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ চৰিত"ত এই বিষয়ে এনেদৰে আছে—

কৃষ্ণ গুণ গান কৰন্ত কীৰ্ত্তন
আনন্দৰ নাহি পাৰ।
গাৱয় বাৱয় নটুৱা নাচয়
সঘনে হৰি জোকাৰ॥
ভকতি মিলন্ত ভাৱনা কৰন্ত
কৃষ্ণৰ গুণ চৰিত।
তাৰ মহা ধ্বনি শুনি যিবা মানে
সবেয়ো হোৱে পবিত্ৰ॥
প্ৰেমৰ ভৰত কতোঁহো ভকত
মাটিত পৰি বাগৰে।
কতো হাত তুলি হৰি, হৰি বুলি
আনন্দ কৰয় বৰে॥

বৃন্দাবনীয়া বস্ত্ৰখন পাই মহাৰাজ নৰনাৰায়ণ পৰম সন্তুষ্ট হৈছিল আৰু শঙ্কৰদেৱক তাঁতীকুছি আদি ৰাজ্যখণ্ডৰ অধিকাৰ প্ৰদান কৰি পাটবাউসীত ৰৰভূঞা পদত অভিষেক কৰিছিল। নীলকণ্ঠৰ "শ্ৰীদামোদৰ চৰিত" মতে শঙ্কৰদেৱে পাটবাউসীলৈ অহাৰ পাছতেই মহাৰাজ নৰনাৰায়ণে শঙ্কৰদেৱক শিৰোমণি ভূঞাৰ বংশধৰ বুলি জানিব পাৰি তেওঁক বাউসী পৰগণাৰ গোমস্তা (শাসনকৰ্ত্তা) পাতিছিল; কিন্তু শঙ্কৰদেৱে ৰাজকাৰ্যতকৈ ধৰ্ম-চৰ্চাতহে আত্মনিয়োগ কৰিবলৈ মনস্থ কৰিছিল। সেইকাৰণে বৃন্দাবনীয়া বস্ত্ৰখন ৰজাক উপঢৌকন স্বৰূপে দি, এই সুযোগতে ৰজাৰ অনুমতিক্ৰমে ভূঞাগিৰি ভাৰ ত্যাগ কৰিছিল আৰু থুৰাকৰ পুতেক ভাই ৰামৰায়ৰ ওপৰত বাউসী পৰগণাৰ ভাৰ অৰ্পন কৰিছিল।

পাটবাউসীৰ পৰা শ্ৰীমন্ত শঙ্কৰদেৱে মাধৱদেৱ, নাৰায়ণদাস, ৰাম ৰাম গুৰু, ৰামৰায়, গোবিন্দ, পৰমানন্দ, উদাৰ গোবিন্দ, গোকুলচান্দ, শ্ৰীৰাম, বলোৰাম, বলভদ্ৰ, হৰিদেৱ, জ'টিৰাম, হৰিদাস বনিয়া, ভোবোৰা দামোদৰ প্ৰমুখ্যে ছকুৰি ভকত সহ দ্বিতীয় বাৰৰ কাৰণে তীৰ্থ-ভ্ৰমণলৈ গৈছিল। তেওঁলোক আঘোণত গৈ বহাগত ফিৰি আহিছিল। ভ্ৰমণৰ বছৰটো ১৪৭০ শকৰ পাছতহে হব, কিয়নো গুৰুজন ১৪৭০ শকত পাটবাউসীলৈ আহিছিল। অতি বৃদ্ধ বয়সত শঙ্কৰদেৱ তীৰ্থ ভ্ৰমণলৈ যাব ওলোৱা বাতৰি পাই তেৰাৰ ভাৰ্য্যা কালিন্দী আইয়ে মাধৱদেৱক মাতি নি কৈছিল— "মাধৱ, গোসাঁই তীৰ্থলৈ যাবলৈ ওলাইছে; কিন্তু তেওঁ যদি বৃন্দাবনলৈ যায়, তেন্তে আৰু উভতি নাহে, আৰু মই অনাথিনী হম; এতেকে তোমাক খাটিলোঁ যাতে গোসাঁই বৃন্দাবনলৈ নাযায় তাৰ দিহা কৰিবা। তোমাৰ কৃপাতেহে যদি মই অনাথিনী নহৈ স্বামীক পাওঁ।" (বেজবৰুৱা)। ড° নেওগৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ" গ্ৰন্থত গুৰুপত্নীয়ে এইদৰে কোৱা বুলি আছে— "বঢ়াৰ পো, বৃন্দাবনলৈ যাব পাৰিলে পূৰ্ব্বৰ খেলা পালে প্ৰভু আৰু নাহে। তুমি নগ'লে গোসাঁই কেতিয়াও নেযায়; অতএব, মাধৱ, তুমি গোসাঁইত যাব নোৱাৰো বুলি জনাবা।" মাধৱদেৱে সেইমতে গুৰুপত্নীক আশ্বাস দিছিল। তীৰ্থৰ পৰা ঘূৰি আহি গুৰুজন পাটবাউসী পালত হৰিদেৱ, দামোদৰদেৱ প্ৰমুখ্যে ধৰ্মগুৰুসকলে আহি তেওঁত বাৰ্ত্তা সুধিছিল।

বৰপেটা থানৰ পৰা চাৰি মাইলমান পূব্ব-দক্ষিণে শিলা গাওঁ সেই সময়ত এখন প্ৰসিদ্ধ শিক্ষাকেন্দ্ৰ আছিল। তাৰ ব্ৰাহ্মণ কিছুমানে শঙ্কৰদেৱৰ লগত ধৰ্ম বিষয়ে বাদ কৰি পৰাজিত হৈ ৰজাত মিছা গোচৰ দিবলৈ বেহাৰলৈ গৈছিল। সেই তৰ্কসভাতে শঙ্কৰদেৱে ব্ৰাহ্মণ সকলক কৈছিল— "সৰ্ব্বতীৰ্থ শিৰোমণি নামধৰ্ম্ম সাৰ। নামৰ

কিন্তৰ তীৰ্থ যজ্ঞ ব্ৰতাচাৰ॥ জানিয়া ব্ৰাহ্মণ নামধৰ্ম্মকো ধৰিয়ো। নামৰ প্ৰসাদে তোৰা বৈকুণ্ঠে চলিয়ো॥" এই খিনিতে এটা কথা উল্লেখনীয় যে, ঘোৰ শাক্তপন্থী ব্ৰাহ্মণেহে শ্ৰীমন্ত শঙ্কৰদেৱৰ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰত বিৰোধিতা কৰিছিল। শঙ্কৰদেৱৰ শিক্ষাগুৰু মহেন্দ্ৰ কন্দলীৰ পৰা আৰম্ভ কৰি বহুতো ব্ৰাহ্মণ সম্প্ৰদায়ৰ লোকে শঙ্কৰী ধৰ্মত দীক্ষিত হৈছিল। তেওঁলোকৰ ভিতৰত কেবাজনো ডাঙৰ পণ্ডিত আছিল। মাধৱদেৱে পতা বাৰজন ধৰ্মাচাৰ্য্যৰ ভিতৰত তিনি জন ব্ৰাহ্মণ আছিল। ভৱানীপুৰীয়া গোপাল আতাৰ মনোনীত বাৰজন ধৰ্মাচাৰ্য্যৰ ভিতৰত ছয়জনেই ব্ৰাহ্মণ আছিল। সেইদৰে শঙ্কৰদেৱৰ পৌত্ৰ পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ বাৰজন ধৰ্মাধিকাৰীৰ ছয়জন ব্ৰাহ্মণ আৰু চতুৰ্ভুজ ঠাকুৰৰ আজ্ঞাপৰ বাৰজনৰ ভিতৰত তিনি গৰাকী ব্ৰাহ্মণ সম্প্ৰদায়ৰ লোক আছিল।

ব্ৰাহ্মণসকলৰ গোচৰ শুনি নৰনাৰায়ণ ৰজাই শঙ্কৰদেৱক ধৰি নিবলৈ দূত পঠিয়াইছিল। ইপিনে চিলাৰায়ে এই কথা জানিবলৈ পাৰি আগতিয়াকৈ নিজৰ দূত আৰু নাও পঠিয়াই পাটবাউসীৰ পৰা শঙ্কৰদেৱক গোপনে নি নিজৰ ফুলনিবাৰীত ৰাখিছিল। ৰজাৰ দূতে শঙ্কৰদেৱক ঘৰত নাপাই বাটত নাৰায়ণদাস আৰু গোবিন্দ আতৈক লগ পাই ধৰি নি বিনা অপৰাধত কঠোৰ শাস্তি দিছিল আৰু ভোটত বেটিছিল। ভোটে নাৰায়ণদাস ঠাকুৰআতাৰ শৰীৰত ঐশ্বৰিক শক্তিৰ ভু পাই তেওঁলোকক মুক্তি দিয়ে। শঙ্কৰদেৱে নৰনাৰায়ণৰ ৰাজসভাত উপস্থিত হৈ ব্ৰাহ্মণ পণ্ডিত কিছুমানৰ লগত তৰ্ক কৰি জয়লাভ কৰে। ৰজাই পৰম প্ৰীতিৰে শঙ্কৰদেৱক ধন-বস্ত্ৰ উপহাৰ দি নিজৰ থান পাটবাউসীলৈ যাবলৈ বিদায় দিয়ে। চিলাৰায়ে দিয়া ওঠৰ বৈচাৰে নাওত আহি শঙ্কৰদেৱ তিনি দিনৰ মূৰত পাটবাউসী পায়। ইয়াৰ পাছত শ্ৰীমন্ত শঙ্কৰদেৱ আকৌ

পাটবাউসীৰ পৰা বেহাৰলৈ অহা-যোৱা কৰিছিল। শেষৰ বাৰ বেহাৰলৈ যাবলৈ ইচ্ছা কৰি ঠাকুৰ আতা প্ৰমুখ্যে ভকতক মাত্তি নি মেলানি মাগে। ঠাকুৰ আতা, বাম বাম গুৰুৱে গুৰুজনক সুধিলে— "বাপ, এই ধৰ্ম বস্তু ক'ত ৰ'ব পাছলৈ?" শঙ্কৰে ক'লে— "মোৰ বৰা পোত, দুই নাতিত।" পত্নী কালিন্দী আইক কৈছিল— "তোমাৰ আমাৰ জানিবা দুই নাতিতেসে আশ।" গুৰুজনে আগধৰি মাধৱদেৱক গণককুছিলৈ পঠাই দিয়ে আৰু অলপ সময় পাছত তেৰাই ধনুখন্দা জানেদি গণককুছিলৈ আহে। মাধৱদেৱে ঠগিত তামোল-পাণ, টকা-বস্ত্ৰ থৈ গুৰুজনক সাদৰি যাতৰি সুধিছিল। এই কথাত শঙ্কৰদেৱে অলপ আচৰিত হৈ তেনেকৈ বাতৰি সোধাৰ কাৰণ জানিব বিচাৰিছিল; কিয়নো সেই দিনাখন অলপ সময় আগতেহে মাধৱদেৱে গুৰুজনৰ লগত থাকি আহিছিল। ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতত এই বুলি আছে—

"মাধৱে বুলিলা বাপ কিবা ক্ষণকতে।
তাতেসে সুধিলো মই জোৱা অকপটে॥
কথা শুনি মাধৱক প্ৰশংসা কৰিলা।
এই সজ আৰ্হি তুমি কৰিয়া ৰাখিলা॥
বেদান্তৰ সাৰ ইসে জানিবা নিশ্চয়।

চিনা-চিনি জীৱৰেসে এই পৰিচয়॥" (পদ ৩৭২৮, ৩৭২৯)

গণককুছিত এৰাতি কটাই মাধৱদেৱৰ সৈতে একেলগে ভোজন-শয়ন কৰি অভিন্ন হৃদয়ৰ পৰিচয় দিয়ে। থানে-সত্ৰে সিঁচৰিত হৈ থকা কীৰ্ত্তন-ঘোষা শাস্ত্ৰখনি সংগ্ৰহ কৰিবলৈ মাধৱক উপদেশ দিয়ে। শঙ্কৰদেৱে নিজৰ শক্তি-ভক্তি, বল-বীৰ্য্য, পৰাক্ৰম মাধৱদেৱত সমৰ্পণ কৰি বেহাৰলৈ নাও মেলি দিয়ে।

১৪৯০ শকৰ (ইং ১৫৬৮ খৃ.) ভাদ মাহৰ শুক্লা দ্বিতীয়া তিথিত

দিনৰ ডেৰ প্ৰহৰত মহাপুৰুষ শঙ্কৰদেৱ বৈকুণ্ঠ প্ৰয়াণ কৰে। ন দিনৰ দিনা গধূলি পৰত ৰমানন্দ গণককুছি পায়। শঙ্কৰদেৱৰ প্ৰয়াণৰ বাতৰি পাই মাধৱদেৱ শোকাকুল হৈছিল আৰু দুটি বৰগীত ৰচনা কৰি গাইছিল।

(১)

"আলো মঞি কি কহব দুখ,
পৰাণ নিগৰে নাদেখিয়া চান্দ মুখ।" ইত্যাদি

(২)

"প্ৰাণনাথ, নকৰা বঞ্চিত ;
তোহাৰি বিয়োগ আগি দহে মোৰ চিত্ত।" ইত্যাদি

মাধৱদেৱে সকলো আতা পুৰুষ আৰু ভকত-শিষ্যক জ্ঞান দি পাটবাউসীত মহা সমাৰোহেৰে গুৰুজনাৰ শ্ৰাদ্ধ আৰু হৰিকীৰ্ত্তন সমাপন কৰিছিল।

অনুমান ১৫৬৬ খৃঃত শ্ৰীগুৰুৰ বেহাৰ গমনৰ পাছত মাধৱদেৱ আৰু দামোদৰদেৱে পাটবাউসী থানৰ তত্বাবধান লৈছিল যদিও গুৰুজনাৰ মহাপ্ৰয়াণৰ পাছত দামোদৰদেৱে ফালৰি কাটি ধনুখন্দা জানৰ পূৰ পাৰে নিজাকৈ থান এখন প্ৰতিষ্ঠা কৰিছিল ; কাৰণ শ্ৰীশঙ্কৰদেৱে প্ৰয়াণৰ আগতে ধৰ্মৰাজ্যৰ ভাৰ মাধৱদেৱৰ ওপৰত অৰ্পণ কৰা কথা জানিব পাৰি দামোদৰদেৱে গুৰুজনাৰ তিথি মহোৎসৱত যোগ দিয়া নাছিল। ইপিনে আকৌ মাধৱদেৱেও যেতিয়া গণককুছি আৰু পাটবাউসী এৰিবলৈ বাধ্য হ'ল, তেতিয়া পাটবাউসী থানৰ অৱস্থা শিথিল হৈ আহিছিল। মাধৱদেৱ বেহাৰলৈ যোৱাৰ পাছত বৰপেটা সত্ৰৰ শ্ৰীমথুৰাদাস বুঢ়াআতাই গুৰু-আজ্ঞা পালি বৰপেটাৰ পৰা গৈ গুৰুপত্নী কালিন্দী আইৰ তত্বাবধান লৈছিল আৰু গায়ন-বায়ন ভকত সমন্বিতে শঙ্কৰদেৱৰ বাৎসৰিক

তিথি মহোৎসৱ পালন কৰিছিল। এই প্ৰথা আজিলৈকে চলি আছে। বৰপেটা থানৰ ভকতে গুৰুৰ ভেটিত কীৰ্ত্তনঘৰ বান্ধি দি, শঙ্কৰদেৱৰ থানখন জীয়াই ৰাখিছিল। ইং ১৭৭২ ছনত আহোম ৰজা লক্ষ্মীসিংহই তামৰ ফলি যোগে পাটবাউসী থানৰ বাবে নৰোৱা সত্ৰৰ সত্ৰাধিকাৰ ৰামদেৱ অধিকাৰৰ নামত ভেটি জমি ৪০ পুৰা আৰু পকা জমি ৬ পুৰা ধৰ্মোত্তৰ হিচাপে দান কৰি সত্ৰখন পুনৰ উজ্জীবিত কৰিছিল। সম্প্ৰতি সত্ৰৰ চৌহদত পকী মঠ, দৌল, কীৰ্ত্তনঘৰ আদি নতুনকৈ সজোৱা হৈছে। জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তিমণ্ডিত পুণ্যধাম পাটবাউসী থানত গুৰুজনাৰ স্মৃতি বিজড়িত কেইপদমান সেৱাৰ বস্তু থানত যতনেৰে সংৰক্ষণ কৰি ৰখা হৈছে; যেনে, গুণমালা, দশম স্কন্ধ ভাগৱত, নিমি নৱসিদ্ধ সংবাদ, গুৰুজনাৰ ৰচিত অঙ্কীয়া নাট কেইখনৰ প্ৰতিলিপি, মাধৱদেৱ বিৰচিত ভক্তি ৰত্নাৱলী, ৰামচৰণ বিৰচিত কংসবধ নাট আৰু দৈত্যাৰি ঠাকুৰৰ স্যমন্তক হৰণ নাট (এই আটাইবোৰ সাঁচিপতীয়া পুথি), গুৰুজনাৰ পদশিলা (এটা শিলত গুৰুজনাৰ পদ যুগলৰ সাঁচ), মহাৰাজ নৰনাৰায়ণ প্ৰদত্ত গুৰুজনাৰ শয্যা-সম্ভাৰৰ কিছু অংশ, গুৰুজনাৰ বৰপীৰা এখন আৰু গা-ধোৱা শিল এটা আৰু আই গোসানীয়ে ব্যৱহাৰ কৰা কৰৈ কাঠৰ খাট-পালেং এখন।

শ্ৰীমন্ত শঙ্কৰদেৱৰ আগমনৰ সময়ত বৰপেটা ঠাইখন আজিৰ দৰে নাছিল। পূব অংশটো অৰ্দ্ধ-চন্দ্ৰকাৰে বৰপেটা বিলে জুৰি আছিল— বিলৰ বিস্তৃতি উত্তৰে চুণপোৰা ভিঠিৰ পৰা পূবে বিলৰটাৰিয়েদি বৰপেটাৰ দক্ষিণ মূৰ পাইছিলগৈ। বিলৰ উত্তৰ পাৰত পালেংদিবৰী। গুৰুচৰিতত এই বৰিয়নিৰ উত্তৰে খোৰা নদী নামৰ এখন নদীৰ উল্লেখ আছে। ই চাউলখোৱা নদীৰে এটা সুঁতি আছিল। চুণপোৰাৰ ভাটিফালে কুমাৰ, হীৰা, চমাৰ

আদি সম্প্ৰদায়ৰ লোকৰ বসতি আছিল। পশ্চিম অংশ গলয়া বিলে আগুৰি আছিল। কালক্ৰমত বিল মৰি যোৱাত মানুহৰ বসতি হয় আৰু ঠাইখণ্ড গলিয়াহাটী নাম পায়। গলয়া বিলৰ পশ্চিম পাৰেদি উত্তৰৰ পৰা দক্ষিণলৈ লানি নিচিগা অটব্য অৰণ্য আছিল। সেই অৰণ্যৰ চিন এতিয়াও পাছুত গজা দুই চাৰিডাল ডাঙৰ গছত বৈ আছে। বৰ্ত্তমান কীৰ্ত্তনঘৰৰ উত্তৰ, দক্ষিণ আৰু পশ্চিম ফালৰ ওখ অঞ্চলটো আগৰ পৰাই আছিল আৰু ই তাঁতীকুছি নামে জনাজাত আছিল। তাত প্ৰধানকৈ তাঁতী লোকৰ বসতি আছিল। তেওঁলোকৰ পূৰ্বপুৰুষ শিৱসাগৰ জিলাৰ পৰা অহাটো আগতে উল্লেখ কৰা হৈছে। সেয়েহে শাৰীৰিক গঠন, আচাৰ-বিচাৰ আদি বহু বিষয়ত বৰপেটাৰ মানুহৰ লগত শিৱসাগৰৰ মানুহৰ অইন জিলাৰ লোকৰ তুলনাত বেছি সাদৃশ্য আছে। তাঁতীকুছিৰ পুৱ খণ্ডত চোম আদি গছৰ হাবি আছিল। বাৰিষা কালত চাৰিওদিশৰ নল-খাগৰি-ইকৰাৰ বননিৰ পৰা বনৰীয়া গাহৰি, বাঘ, পহু আদি জন্তু আহি চিকাৰৰ আমোদ আৰু মৃগ মাংসৰ সোৱাদ দিছিল।

শ্ৰীমন্ত শঙ্কৰদেৱৰ আগমনৰ সময়ত বৰপেটা আৰু পাৰ্শ্ববৰ্ত্তী অঞ্চল বিল-খাল আৰু জান-জুৰিয়ে আগুৰি আছিল। স্থলভাগ আজিতকৈ বহুত ওখ আছিল। ১৮৯৭ চনৰ জুন মাহৰ বৰভূমিকম্পত ঠাইখণ্ড ৫/৬ হাত তললৈ বহি যোৱাৰ পাছুতে ভীষণ বানপানী হৈছিল আৰু চাৰিওফালৰ জনবসতিপূৰ্ণ গাওঁবিলাকৰ পৰা উত্তৰ দিশৰ ওখ ভূমিলৈ প্ৰব্ৰজন হৈছিল। অধুনা বঙালী পমুৱালোক অধ্যুষিত দত্তকুছি, খাবলাৰভিঠা, ছাপৰা আৰু দক্ষিণে ব্ৰহ্মপুত্ৰ নদীলৈকে গাওঁবোৰ অসমীয়া খিলঞ্জীয়া লোকৰ বাসভূমি আছিল। বৰপেটাৰ আশে-পাশে কিছুসংখ্যক মুছলমান ধৰ্মী

লোকৰো বসতি আছিল। মুছলমান সম্প্ৰদায়ৰ চান্দসাই দৰ্জি শ্ৰীমন্ত শঙ্কৰদেৱৰ আৰু মহংগড়ৰ যৱন জয়হৰি আতৈ শ্ৰীমাধৱদেৱৰ প্ৰিয়তম শিষ্য আছিল। তেওঁলোক দুয়ো দুজনা গুৰুৰ ওচৰত শৰণ লৈ একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্মত দীক্ষিত হৈছিল। চান্দসাইৰ বংশধৰ সকল এতিয়াও পাটবাউসীৰ ওচৰে পাঁজৰে আছে। এসময়ত তেওঁলোকে হেনো শঙ্কৰী বৈষ্ণৱ ধৰ্মত দীক্ষা লবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। সেইদৰে সুন্দৰীদিয়াৰ উত্তৰে মোকামৰ তল নামৰ ঠাইত জয়হৰি যৱনৰ বংশধৰ সকলে সুন্দৰীদিয়া সত্ৰৰ নাম-কীৰ্ত্তন আদি বিবিধ অনুষ্ঠানত যোগদান কৰি সাম্প্ৰদায়িক ঐক্য আৰু প্ৰীতিৰ পৰিচয় দিছিল।

সেই দিনত সুগম স্থলপথ নথকা বাবে বৰপেটাৰ পৰা গয়াজান, মুকালছাঁয়াৰ জান, কোটো জান, বঙিয়া জান, খোৰা নদী আৰু চাউলখোৱা নদীয়েদি জলপথে মানুহ বিভিন্ন ঠাইলৈ গৈছিল আৰু বাহিৰৰ পৰাও এই পথেদি অহা-যোৱা কৰিছিল। ষোড়শ শতিকাৰ শেষ ভাগত বৰপেটাত মহাপুৰুষীয়া সত্ৰ স্থাপিত হোৱাত জনসংখ্যা ক্ৰমাৎ বাঢ়িবলৈ ধৰে আৰু কেবাটাও জানৰ দুয়ো পাৰ জন-বসতিপূৰ্ণ হৈ উঠে। কালক্ৰমত বৰপেটা বিল তৰাং পৰি অহাত বিলটোৰ পূৱ পাৰৰ 'বিলৰটাৰি'ত লোক-বসতি আৰম্ভ হয় আৰু সংকুচিত বিলৰ বুকুয়েদি 'হাবিজান'ৰ সৃষ্টি হয়। জানটোৰ উত্তৰ ভাগত হাবি সম্প্ৰদায়ৰ লোকৰ বসতি থকা কাৰণে জানটোৱে এই নাম পাইছিল। বৰপেটাৰ কীৰ্ত্তনঘৰ-চৌহদৰ পাছ দুৱাৰৰ খট্‌খটিৰ কাষেদি প্ৰবাহিত এই জানক 'খট্‌খটিৰ জান'ও বোলা হয় আৰু ই কিছু দূৰ দক্ষিণলৈ বৈ গৈ দুভাগ হৈছে। এভাগ পানী পূৱপিনেদি নখান্দা সুঁতিত মিলিছে আৰু আন ভাগ হাবিজান নাম লৈ সত্ৰৰ দক্ষিণ সীমাইদি পশ্চিম কাললৈ বৈ গৈছে। স্বাধীনোত্তৰ কালত বৰপেটাৰ এনেকুৱা মনোৰম প্ৰাকৃতিক

পৰিবেশৰ আমূল পৰিবৰ্ত্তণ ঘটিছে। জানয়োৰ মাৰি তাৰ বুকুয়েদি আলিবাট নিৰ্মাণ কৰা হ'ল।

## বৰপেটা-বাউসীত শ্ৰীশ্ৰীমাধৱদেৱ
## (১৫৪৬—১৫৯০ খৃষ্টাব্দ)

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ বাৰাদি গাওঁত প্ৰথমতে সত্ৰ স্থাপন কৰি তাত দেৰ বছৰ কাল নিবৰ্ত্তিছিল। এই কালচোৱাত তেওঁ নিতৌ খোজ কাঢ়ি চুণপুৰাত আৰু তাৰ পাছত যথাক্ৰমে কুমাৰকুছিত আৰু পাটবাউসীত শ্ৰীমন্ত শঙ্কৰ গুৰুক সেৱা-শুশ্ৰূষা কৰিছিল। বৰপেটা বিলৰ পুৱ পাৰেদি ঘূৰি আহোঁতে পলম হয় বাবে আৰু বাটত অসৎ লোকে বিঘিনি কৰিছিল বাবে গুৰুৰ উপদেশত মাধৱদেৱে বৰপেটা সত্ৰৰ দক্ষিণে কলবাৰীয়াকুছিলৈ আহে। তাত কিছুকাল থকাৰ পাছত শঙ্কৰদেৱে এতোলা সোণৰ বিনিময়ত দীঘলা কায়থৰ গৃহৰ ওচৰৰ এঘৰ গণকৰ গৃহ-বাৰী কিনি লয়। সেয়েহে ঠাইৰ নাম গণকপাৰা আৰু পাছলৈ গণককুছি বুলি জনাজাত হয়। বৰপেটা সত্ৰৰ দক্ষিণে এই ঠাই লগালগি। গণককুছিত সত্ৰ স্থাপন কৰি মাধৱদেৱ তাত ১৮½ বছৰ কাল আছিল (১৫৫০—১৫৬৯ খৃঃ)। শ্ৰীমন্ত শঙ্কৰদেৱৰ বেহাৰত ১৫৬৮ খৃষ্টাব্দত প্ৰয়াণৰ সময়ত মাধৱদেৱ গণককুছিত আছিল। সেই সময়ত পাটবাউসী আৰু গণককুছিৰ মাজত হিংস্ৰ জন্তুৰে ভৰা অটব্য অৰণ্য আছিল। সেই কাৰণে শঙ্কৰ গুৰুৰ ইচ্ছানুসৰি কাৰ্য্যকুশল নাৰায়ণদাস ঠাকুৰআতাই সখিয়েক মাধৱদেৱৰ সহায় স্বৰূপে শ্ৰীৰাম নামৰ এজন অতি সজ্জ আৰু সবল প্ৰকৃতিৰ ডেকা

পুৰুষ বিচাৰি আনি মাধৱদেৱৰ আলধৰা পাতিছিল। এইজনেই পিছলৈ ভক্ত-শিৰোমণি, জীৱন্মুক্ত পুৰুষ শ্ৰীশ্ৰীৰাম আতা বুলি বৈষ্ণৱ সমাজত প্ৰখ্যাত হৈছিল।

শ্ৰীমাধৱদেৱৰ প্ৰথম অঙ্কীয়া নাট "অৰ্জ্জুন ভঞ্জন" গণককুছিত ৰচিত হৈছিল। এই নাটৰ প্ৰথমবাৰৰ অভিনয়ত শ্ৰীমন্ত শঙ্কৰ গুৰুৱে অংশ গ্ৰহণ কৰিছিল। গণককুছিৰ থানতে মাধৱদেৱে "জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ" ভটিমাটি আৰু "প্ৰাতস সময়ে যশোৱা জননী" আদি বৈষ্ণৱ ভকতৰ হিয়াৰ বস্তু-স্বৰূপ ভটিমাটি ৰচনা কৰিছিল।

শ্ৰীমন্ত শঙ্কৰদেৱে শেষবাৰ বেহাৰলৈ যোৱাৰ পথত এৰাতি গণককুছিত দুয়োজনে একত্ৰে শয়ন কৰা পাটীত পিছদিনাখন পুৱা এটা গছৰ গুটি পোৱা হৈছিল। গুৰুৰ উপদেশত মাধৱে গুটিটো নি কুঁৱাৰ ওচৰত ৰুই থলে। তাৰ পৰা এজোপা বিতোপন ৰঙিয়াল ফুলৰ গছ জন্মে। মাধৱদেৱে গণককুছি এৰি সুন্দৰীদিয়া আৰু বৰপেটালৈ যাওঁতে এই ফুলৰ সঁচ নি সত্ৰৰ চৌহদত ৰোপন কৰিছিল হেনো। এই গছ আজিলৈকে বৰ্ত্তি আছে। উদাসীন ভকতেহে এই ফুলনিত প্ৰবেশ কৰিব পাৰে। গণককুছি সত্ৰৰ পাট কুঁৱাটো কালজাৰৰ গোপাল আতাই দিয়া। ১৮৯৭ ছনৰ ভূমিকম্পত ই শুকাই গৈছিল। নতুনকৈ খান্দি পকী কৰি দিয়া হৈছে।

শ্ৰীমন্ত শঙ্কৰদেৱে বেহাৰলৈ যোৱাত মাধৱদেৱে নিতৌ গণককুছিৰ পৰা পাটবাউসীলৈ গৈ গুৰুপত্নী আৰু গুৰুপুত্ৰ সকলৰ খা-খবৰ লৈ আছিল। শঙ্কৰদেৱৰ খুৰাকৰ পুতেক ৰতিকান্তই আৰু তেওঁৰ বংশৰ কিছুমান লোকে হিংসাতে বৰ বেয়া বচন প্ৰয়োগ কৰাত মাধৱদেৱে মৰণান্তিক বেজাৰ পাই গণককুছি পৰিত্যাগ কৰে আৰু গুৰুপত্নী কালিন্দী আইৰ কথামতে সুন্দৰীদিয়ালৈ যায়।

পূৰ্বতে গুৰুৰ উপদেশ অনুযায়ী মাধৱদেৱ হাউলীৰ পৰা অলপ উত্তৰে গুৱাগাছালৈহে যোৱাৰ কথা আছিল। বৰপেটা সত্ৰৰ পৰা মাত্ৰ এমাইল উত্তৰে অৱস্থিত সুন্দৰীদিয়া নৈ-জানেৰে পৰিবেষ্টিত এখন বিভোপন গাওঁ আছিল। কথা-গুৰুচৰিতত এই বুলি আছে— সুন্দৰীৰ চাৰি অৰ্থ— জল সুন্দৰ, থল সুন্দৰ, বালি সুন্দৰ আৰু কৃষ্ণ দেএ সত্যভমা সমে নৰকৰ যুদ্ধলৈ যাঞতে জিৰাইছিল তস্থি, খানেক ধূলা পৈল। নৰকাসুৰ বধি যোল হাজাৰ কন্যা দ্বাৰকালৈ পঠাওতে ডৰি পলাই বাট হৰাই ৰ'ল তিনিজনা। তাৰা সঁবেহে শাপ দিছে, অহমৰ ৰৱি ভাৰ। আৰ অংশে ছাএ অনেক সুন্দৰ স্ত্ৰী হ'ল। এই চাৰি অৰ্থে সুন্দৰী নাম হ'ল প্ৰখ্যাত। কামৰূপত চাপৰিক দিয়া বোলে। বুৰী লুইত মানহাৰ তাতে সত্ৰ কৈলেগৈ গুৰুজনে।"

সুন্দৰীদিয়াত প্ৰথমতে খীৰা মৰল নামে এজন ভূ-স্বামীৰ বাৰীত তেওঁৰ পুত্ৰ মাধৱ মৰলে সাজি উলিওৱা এটা ঘৰত মাধৱদেৱে থাকিবলৈ লৈছিল। পূৰ্বণি চৰিত পুথিৰ ভিত্তিত কোনো কোনোৱে মাধৱ মৰলক খীৰা মৰলৰ ভায়েক বুলি কয়; কিন্তু মৰলৰ বংশৰ শ্ৰীগীৰেশ্বৰ বৰুৱাই তেওঁৰ "সুন্দৰীত শ্ৰীশ্ৰীমাধৱদেৱ ....." গ্ৰন্থত দিয়া বংশাৱলীত মাধৱ মৰল খীৰা মৰলৰ পুতেক বুলি কোৱা হেতুকে বৰুৱাৰ মতকে গ্ৰহণ কৰা হৈছে। মাধৱৰ ভনীয়েক উৰ্বশীয়ে তেওঁৰ যত্ন লৈছিল। প্ৰথম ছয় মাহ মাধৱদেৱ সেই ঠাইতেই বাস কৰিছিল। আদিতে অৰ্থাৎ প্ৰথমতে আহি থকা বাবে ঠাইডোখৰক মানুহে এতিয়াও "আদি ভিঠি" বোলে। ইয়াতে মাধৱদেৱে কেবাখনো নাট (ঝুমুৰা) আৰু 'ৰাজসূয়' কাব্য ৰচনা কৰিছিল। তাৰ পাছত খীৰা মৰলৰ বাৰীৰ ভিতৰত থকা প্ৰকাণ্ড পাট-গোহালিটো মৰলৰ পৰা খুজি লৈ সেই ঠাইতে শ্ৰীমাধৱদেৱে সত্ৰ স্থাপন কৰিছিল। এই

পাট-গোহালিতে মাধৱদেৱে শঙ্কৰ গুৰুৰ আজ্ঞাত "ৰত্নাৱলী"ৰ শ্লোক ভাঙিবলৈ লৈছিল আৰু "নাম-ঘোষা" ৰচনাৰ কাম আৰম্ভ কৰিছিল। নাৰায়ণদাস ঠাকুৰ আতাৰ সহায়-সহযোগত মাধৱদেৱে সুন্দৰীদিয়াত নামঘৰ, মণিকুট আদি সজাইছিল। মাধৱদেৱে সত্ৰত কেৱলীয়া বা উদাসীন প্ৰথাৰ সৃষ্টি কৰিছিল আৰু ভকতৰ পাঁচখন বাহা (দক্ষিণৰ বাহা, বৰবাহা, পূবৰ বাহা, মাজৰ বাহা আৰু পশ্চিমৰ বাহা) সজাইছিল। কীৰ্ত্তনঘৰৰ পকী মঠটো আহোম ৰজা প্ৰমত্তসিংহই (১৭৪৪-৫১ খৃঃ) সজাই দিছিল। মঠৰ ওপৰত দিয়া সোণৰ কলচীটো মান আহোঁতে সিহঁতে লৈ গৈছিল। ১৮৯৭ ছনৰ ভূমিকম্পত এই মঠটো আঠ ফুটমান তললৈ বহি গৈছিল। কীৰ্ত্তনঘৰৰ দক্ষিণে ভৱানীপুৰীয়া গোপালআতাই নিৰ্মাণ কৰা পাটকুঁৱাটো এতিয়াও আছে। গুৰুপত্নী কালিন্দা আই গোসানীৰ ভিঠি আৰু কীৰ্ত্তনঘৰ সুন্দৰীদিয়া সত্ৰৰ আন এটি ঐতিহ্য। আই গোসানীৰ মৃত্যুৰ পাছত মাধৱ মৰলৰ পুত্ৰ হৰিচৰণ চৌধুৰীয়ে তেওঁৰ বাসস্থানত থান আৰু কীৰ্ত্তনঘৰৰ ব্যৱস্থা কৰি দিছিল। ঘৰটো দুবাৰো জুইত পুৰি যোৱাত আই গোসানীৰ কেইপদমান বস্তু-সম্ভাৰ যেনে, পাঁজী বটা পীৰা, বহা পীৰা, কাণৰ এপাত ঙেৰু আৰু পাঁজীৰ লগত ছুডালমান চুলি সেৱাৰ বস্তু স্বৰূপে সংৰক্ষিত হৈ আছে। বাউসী পৰগণাৰ আহোম ৰাজ-প্ৰতিনিধি অভিৰাম বৰুৱাৰ বংশধৰ-সকলে আই গোসানীৰ ভিঠিত নতুনকৈ কীৰ্ত্তনঘৰটো নিৰ্মাণ কৰি দিছে।

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ গুণ-যশৰ কথা চতুৰ্দিশে বিয়পি পৰিল। সুন্দৰীদিয়াৰ সমীপবৰ্ত্তী বামুনা, এৰাগাওঁ, সাউদৰগড়া, দণ্ডৰকুছি আদি গাওঁৰ পৰা দলে দলে লোক আহি মাধৱদেৱৰ প্ৰশস্ত শৰণ ললে। এই সুন্দৰী থানতে তাঁতীকুছিৰ গোপাল তাঁতী (পিছলৈ মথুৰাদাস বুঢ়াআতা), দক্ষিণ কূলৰ মাগচাৰ

বৰবিষ্ণু আতা আৰু উজনি-নামনিৰ বংশীগোপাল, যদুমণি আতৈ, শ্ৰীহৰি আতৈ, লক্ষ্মীকান্ত আতৈ, বেহৰীয়া বিষ্ণু আতা, ভৱানীপুৰীয়া গোপাল আতা, হৰিহৰ আতা, ভাটোকুছিৰ কেশৱ চৰণ আতা, জনাৰ্দন আতৈ, পঢ়িয়া আতৈ, গাৰোৰ গোবিন্দ আতৈ, ভোট জয়ানন্দ আৰু অহংগৰৰ জয়হৰি যৱনে মাধৱদেৱৰ ওচৰত শৰণ লৈছিল। মহাপুৰুষ মাধৱদেৱে মথুৰাদাস বুঢ়াআতা, বৰবিষ্ণু আতা, ভৱানীপুৰীয়া গোপাল আতা, বহুলাৰ পদ্মআতা, ভাগিন ৰামচৰণ ঠাকুৰ, বংশীগোপাল, যদুমণি আতৈ, শ্ৰীহৰি আতৈ, লক্ষ্মীকান্ত আতৈ, কেশৱচৰণ আতৈ, পঢ়িয়া আতৈ আৰু গোবিন্দ আতৈক প্ৰধান ধৰ্মাচাৰ্য্য পাতিছিল। তেওঁলোকে বিভিন্ন ঠাইত গৈ থান-সত্ৰ পাতি মহাপুৰুষীয়া ভক্তিধৰ্ম প্ৰচাৰ কৰিছিল। শ্ৰীমাধৱদেৱে নিজে সুন্দৰীদিয়াৰ পৰা গৈ হাজো, সৰ্থেবাৰীৰ ওচৰৰ গোমুৰা, হাউলীৰ ওচৰৰ গুৱাগাছা আৰু ভৱানীপুৰ, কালজাৰ, বৰপেটা, জাবেৰাকুছি আদি ঠাইত মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ কৰিছিল। মাধৱদেৱ সুন্দৰীলৈ অহাৰ পাছত ৰামদাস আৰু উৰ্ব্বশীয়ে পুত্ৰ ৰামচৰণক লৈ প্ৰথমতে গুৱাগাছা আৰু তাৰ পাছত লুইতৰ পাৰৰ ধুসুৰিত থাকে গৈ। মাধৱদেৱৰ আজ্ঞাত মথুৰাদাসে ৰামচৰণক ধুসুৰিৰ পৰা আনি বৰপেটাত ঘৰবাৰী কৰি দিছিল। কিন্তু মাধৱদেৱক আলপৈচান ধৰাৰ প্ৰয়োজন হোৱাত ৰামচৰণে পিতৃ-মাতৃক ধুসুৰিৰ পৰা লৈ আহে আৰু সুন্দৰীদিয়াত থকা মৰলৰ বাৰীৰ এচুকত ঘৰ সাজি থাকে। সেইটোৱেই কথা-গুৰুচৰিতত উল্লেখিত থকা মৰলৰ বাৰীৰ ৰামচৰণৰ গৃহ।

এবাৰ মাধৱদেৱৰ আমন্ত্ৰণ ক্ৰমে সকলো ভকতে আহি সুন্দৰীদিয়াৰ পশ্চিমে ভেৰভেৰি নামৰ ঠাইত সমাবেত হৈছিল। ইয়াত হাবি-বন কাটি ঠাই চিকুণাই সাত দিন সাত ৰাতি মাধৱদেৱে হৰিনাম কীৰ্ত্তন কৰিছিল। ঠাকুৰআতা, মথুৰাদাস

বুঢ়াআতা, বৰবিষ্ণুআতা প্ৰমুখ্যে সত্ৰাধিকাৰ, সন্ত মহন্ত, ভকতসকল চাৰিওদিশৰ পৰা আহি হৰি-কীৰ্ত্তনত যোগদান কৰিছিল। নাম-কীৰ্ত্তনৰ শেষৰ ৰাতি হঠাৎ উত্তৰ দিশত এটা ভয়ঙ্কৰ শব্দ শুনা যায়। তাৰ ক্ষন্তেক পাছতে মেঘৰ গাজনি আৰু প্ৰচণ্ড ঢেৰেকণিয়ে মহাপ্ৰলয়ৰ সূচনা কৰে। ৰাতি পুৱালত মাধৱদেৱৰ আজ্ঞামতে কেইজনমান ভকতে গৈ দেখে যে, কীৰ্ত্তনৰ থলীৰ পৰা অলপ উত্তৰ ফালে এটা পুখুৰীৰ সৃষ্টি হৈছে। মাধৱদেৱে ক'লে— "বাপুসকল, আমাৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে পুণ্যধাম বৰদোৱাত বৈকুণ্ঠৰ পৰা আকাশী গঙ্গা নমাই আনিছিল। আমাৰ দিনতো ভগৱন্তৰ অপাৰ মহিমাৰ গুণত কলযা গঙ্গাৰ উৎপত্তি হ'ল। এই বিলৰ পানীও সমানে পবিত্ৰ বুলি জ্ঞান কৰা যাব।" মাধৱদেৱে পুখুৰীটোৰ নাম "কলযা গঙ্গা" ৰাখে আৰু কালক্ৰমত পবিত্ৰ স্থান ভেৰভেৰিৰ নাম 'কলয়া' হয়গৈ। মাধৱদেৱে এই ঠাইতে গোপালদেৱক পৰমাৰ্থিক তত্ত্ব কথা দিছিল যাক সাধু-সন্তসকলে "কলয়াৰ সুখৰ কথা" বুলি জ্ঞান কৰে। বৰ্ত্তমান ইয়াৰ মাজেদি বৰপেটা চহৰৰ পৰা উত্তৰ ফালেদি ভৱানীপুৰলৈ এটা গড়কাপ্তানী ৰাস্তা গৈছে আৰু নতুনকৈ বসতি হোৱা এই খণ্ড ঠাইক কলয়াহাটী বোলে। প্ৰতি বছৰে মাঘ বিহুৰ পহিলা দিনাখন এই কলয়া বিলৰ পাৰত বৰপেটা আদি থানৰ পৰা আইসকল তালৈ গৈ হৰিকীৰ্ত্তন কৰে। ইয়াকে "ঘাট-সেৱা" বোলা হয়। তাত এটা কীৰ্ত্তনঘৰ সজোৱা হৈছে।

সুন্দৰীদিয়াৰ পূৱে থকা বৰবিলত শ্ৰীৰাম আতাই নিতৌ গধূলি স্নান কৰোঁতে যক্ষ দেখি ভয় খাইছিল। সেইবাবে মাধৱদেৱে বিলত থকা যক্ষবিলাকক খেদাৰ উদ্দেশ্যে সাত দিন সাত ৰাতি বিলৰ পাৰত হৰিকীৰ্ত্তন কৰিছিল। হৰিকীৰ্ত্তনৰ অন্তত যক্ষবিলাকে হেনো বাহিৰ হৈ ভিতৰতে বৰবিলৰ পৰা এটা

জানৰ সৃষ্টি কৰি দক্ষিণলৈ যায় আৰু কটকতলি বিলত প্ৰৱেশ কৰে। তাৰ পৰা পশ্চিমমুৱা হৈ গজিয়াৰ ওচৰৰ চাগমাৰা বিলত সোমাইছিল। পৰবৰ্ত্তী কালত এই "যক্ষ-খেদা" জানেদি নখান্দা নদীৰ উৎপত্তি হৈছিল বুলি শুনা যায়। এই বৰবিলৰ উত্তৰ পশ্চিম চুকত এডোখৰ ওখ ভেটিত হেনো শ্ৰীৰাম আতাই স্নান কৰি কাপোৰ সলাইছিল। এই ঠাইডোখৰৰ স্মৃতি ৰক্ষাৰ্থে সুন্দৰীদিয়াৰ ভকতে ১৯৬১ চনত এটা স্মৃতি মন্দিৰ সজাই দিছে। এইটোক "যক্ষ খেদা ভিঠি" বোলা হয়। এতিয়াও বছৰি এদিন সুন্দৰীদিয়াৰ ভকতে তালৈ গৈ যক্ষ খেদা পৰ্বৰ পুনৰাবৃত্তি কৰে। সেই দিনাখন বীৰনাম কীৰ্ত্তন কৰি কৃষ্ণ-কথা শ্ৰৱণ-কীৰ্ত্তন কৰা প্ৰথা চলি আহিছে।

শ্ৰীশ্ৰীমাধৱদেৱ সুন্দৰীদিয়া সত্ৰত সুদীৰ্ঘ ১৪½ বছৰ (১৫৬২-১৫৮৩খৃ.) কাল থাকি ধৰ্ম-সাহিত্য-সংস্কৃতিৰ দিশত শ্ৰেষ্ঠতম অৱদানেৰে অসমীয়া জাতিটোক ধন্য কৰিছিল। মাধৱদেৱে তেওঁৰ ভাগিন ৰামচৰণক উপযুক্ত শিক্ষা দি পণ্ডিত কৰি তুলিছিল আৰু সুন্দৰীদিয়া সত্ৰৰ পাঠক নিযুক্ত কৰিছিল। মাধৱদেৱ বেহাৰলৈ যোৱাত ৰামচৰণ ঠাকুৰ সুন্দৰীদিয়াৰ প্ৰথম সত্ৰাধিকাৰ নিযুক্ত হৈছিল। ৰামচৰণৰ দিনৰ পৰাই তেওঁৰ বংশৰ লোকে একেৰাহে সুন্দৰীদিয়াৰ সত্ৰাধিকাৰ হৈ আহিছে। ৰামচৰণে বামুনা গাওঁৰ কাম চৌধুৰীৰ মধামা কন্যা ইন্দুমতীক বিয়া কৰিছিল। কিছু বছৰ পিছত ৰামচৰণে গুৱাগাছালৈ গৈ তাতে সত্ৰ পাতি স্থায়ীভাৱে বসতি কৰিছিল আৰু সেই ঠাইতে তেওঁ ১৫৭৭ শকত পৰলোক গমন কৰিছিল। ৰামচৰণৰ জ্যেষ্ঠ পুত্ৰ দৈত্যাৰি ঠাকুৰে পিতৃৰ আদেশত মোমায়েকৰ গাওঁ বামুনালৈ গৈ তাত সত্ৰ স্থাপন কৰিছিল। ১৭৩৮ খৃষ্টাব্দত স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত এখন তামৰ ফলিৰ যোগেদি সুন্দৰীদিয়া সত্ৰৰ

ভৰণ-পোষণৰ বাবে ২০ পুৰা মাটি আৰু ৩টা বিল দান কৰিছিল আৰু ঠাকুৰ বংশৰ কামুৰায়ক সত্ৰৰ অধিকাৰ আৰু মেধী নিৰ্দ্দিষ্ট কৰি দিছিল। তেতিয়াৰ পৰা সত্ৰখন সুচাৰুৰূপে পৰিচালিত হৈ আহিছে।

মহাপুৰুষ শ্ৰীমাধৱদেৱ অনুমান ১৫৮৩ খৃষ্টাব্দত সুন্দৰীদিয়া এৰি বৰপেটালৈ আহিছিল। এদিনাথন মহাপুৰুষৰ দুজন ভকতে এখন খেতি-পথাৰৰ মাজেদি যাওঁতে খেতিয়ক ঘৰে তেওঁলোকক কু-ব্যৱহাৰ কৰিছিল। এই কথাত গুৰুজন মৰণান্তিক বেজাৰ পাই ভৱানীপুৰীয়া গোপাল আতাক খবৰ দি ভৱানীপুৰলৈ যাবলৈ ওলাইছিল। এনেতে বৰপেটাৰ পৰা গোপাল তাঁতী সুন্দৰীদিয়াত উপস্থিত হ'ল। তেওঁ ঘটনাৰ সবিশেষ জানিব পাৰি গুৰুজনাক তাঁতীকুছিলৈ আহিবলৈ প্ৰাৰ্থনা জনায় আৰু নিজে আলধৰা যদুমণিৰ কান্ধৰ পৰা বয়-বস্তুৰ ভাৰখন কাঢ়ি নি তাঁতীকুছিলৈ খোজ ললে। মাধৱদেৱৰ লগত উজনিৰ পৰা অহা ভকত সকলো তাঁতীকুছিলৈ আহিছিল। তেওঁলোকে আহি বৰ্ত্তমান নখান্দা নদীৰ পথাৰত থকা "গোৰথীয়া ঘৰ" ৰ ঠাইখিনিত জিৰণি লৈছিল। সেই সময়ত নখান্দা নদীৰ উৎপত্তি হোৱা নাছিল আৰু সেই ঠাইখণ্ডক "দল্লিডোবাৰ" পথাৰ বুলিছিল। পথাৰত চৰি থকা গৰুবোৰে মুখত ঘাঁহ লৈ ভকতসকলক চাই থকা দৃশ্যই মাধৱদেৱৰ হৃদয়ত বৃন্দাৱনৰ শ্ৰীকৃষ্ণৰ শিশুলীলাৰ কথা জগাই তুলিছিল। কৃষ্ণ-প্ৰেমত আপ্লুত হৈ তেওঁ দুটা সুমধুৰ বৰগীত ৰচনা কৰি গাইছিল—

(১)

"আলো ভাই, চল আইস যাওঁ বৃন্দাবনে।
দেখো গৈয়া আনন্দ নয়নে॥" ইত্যাদি

(২)

"আলো ভাই, গোকুলে আনন্দ জয় জয়।
মিলিছে পৰম মহোদয়॥" ইত্যাদি

গোপাল তাঁতীয়ে আগ ধৰি তাঁতীকুছিলৈ আহি নাও যোগাৰ কৰি মাধৱদেৱ আৰু সঙ্গীসকলক বৰপেটা বিল পাৰ কৰাই আনিছিল। তেওঁ এটা তিনি কোঠালীৰ থেৰী ঘৰ সাজি মাধৱদেৱক তাত থাকিবলৈ দিছিল। গুৰুৱে তাৰে এটা কোঠাত প্ৰাৰ্থনা আৰু ধৰ্ম-আলোচনা কৰিছিল। এয়ে বৰপেটা সত্ৰৰ সূচনা বুলি কোৱা হয়। মাধৱদেৱে তাঁতীকুছি সত্ৰ স্থাপনৰ বাবে উপযোগী ঠাই বুলি ভাবি মথুৰাদাসৰ হতুৱাই তেওঁৰ আত্মীয় ৰাম লাড়ুৱা নামে এজন বুঢ়া লোকৰ পৰা এডৰা মাটি দান স্বৰূপে লয়। বৰ্ত্তমান বৰপেটা কীৰ্ত্তনঘৰৰ চৌহদৰ মাটিতে ৰাম লাড়ুৱা বুঢ়াৰ বাৰী আছিল। চোম গছৰ অটব্য হাবি চিকুণাই তাত ৰভা সাজি মাধৱদেৱে "কোটোৱা যাত্ৰা" নামৰ অঙ্কীয়া নাটৰ ভাওনা পাতিছিল। বৰপেটাত এয়ে অঙ্কীয়া নাটৰ প্ৰথম ভাওনা। দহোদিশৰ পৰা অহা সমজুৱা লোক কৃষ্ণ লীলাৰ ভাওনা চাই ভক্তি-প্ৰেমত মোহিত হৈছিল আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ হৰিনাম-ধৰ্মৰ প্ৰতি আকৃষ্ট হৈছিল। ইয়াকে দেখি মাধৱ গুৰুৱে মথুৰাদাসক কৈ ৰাম লাড়ুৱা বুঢ়াৰ পৰা আৰু এডৰা মাটি দান স্বৰূপে গ্ৰহণ কৰে আৰু ৰভাৰ খুটা-বাঁহ আৰু আন সজুঁলিৰে এটি কীৰ্ত্তনঘৰ নিৰ্মাণ কৰে ১৫০৫ শকত (ইং ১৫৮৩ চন)। বৰপেটাত এয়ে প্ৰথম কীৰ্ত্তনঘৰ নিৰ্মাণ। মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে নতুনকৈ সজা কীৰ্ত্তনঘৰত পোন প্ৰথমবাৰৰ বাবে বন্তি থাপনা কৰি নাম-প্ৰসঙ্গ কৰে আৰু গুৰু-চৰিত্ৰ বৰ্ণনৰ পাছত মথুৰাদাসৰ দ্বাৰা প্ৰসাদ-নিৰ্মালি বিতৰণ কৰায়।

এইদৰে তুবছৰমান চলাৰ পাছত পৰম কলাগুৰু মাধৱদেৱ পুৰুষে নৃত্য, গীত-মাত, নাটৰ সহজ সৰল মাধ্যমেৰে লোকক

মহাপুৰুষীয়া পন্থলৈ অনাৰ উদ্দেশ্যে অস্থায়ী কীৰ্ত্তন-ঘৰটো ভাঙি এটি আহল-বহল বিতোপন ৰঙ-বিৰঙৰ কীৰ্ত্তন-ঘৰ সজায়। এয়ে বৰপেটা সত্ৰৰ সুবিখ্যাত "ৰঙিয়াল-গৃহ" আছিল। এই কাৰ্য্যত নাৰায়ণদাস ঠাকুৰআতা, বৰবিষ্ণু আতা, গোপাল আতা আৰু লক্ষ্মীকান্ত আতৈ প্ৰমুখ্যে ভকতসকলে সাঁ-সঁজুলিৰ যোগান ধৰিছিল। এই ৰঙিয়াল গৃহটি ধৰ্ম প্ৰচাৰৰ প্ৰধান কেন্দ্ৰ স্বৰূপ হোৱাৰ উপৰিও সুকুমাৰ কল্যাবিদ্যাৰো শিক্ষাকেন্দ্ৰ হৈছিল। মাধৱদেৱৰ অনুগ্ৰহত মথুৰাদাস বুঢ়াআতাই গীত-পদ-ৰাগ, সুৰ-লয়, তাল-মান, নাট-ভাওনা, বাদ্য-নৃত্য, মুদ্ৰা-ভঙ্গী, ঘোষা-কীৰ্ত্তন. ব্যাস-কীৰ্ত্তন, সেৱাৰ কীৰ্ত্তন, পাঠ-প্ৰসঙ্গ আদি সত্ৰীয়া কলা-কৃষ্টিৰ সমস্ত বিষয় আয়ত্ত কৰিছিল আৰু থানৰ ভকত-সজ্জনক সেই বিদ্যা শিকাইছিল।

মাধৱদেৱৰ গুণ-গৰিমা আৰু ধৰ্ম প্ৰচাৰৰ ব্যাপকতা দেখি ব্ৰাহ্মণ সকল ঈৰ্ষাপৰায়ণ হ'ল আৰু পূব কোচ ৰাজ্যৰ ৰজা ৰঘুদেৱৰ ওচৰত মিছা কথা লগাই ৰজাৰ কোটোৱাল সুৰানন্দৰ হতুৱাই মাধৱদেৱক ৰঘুদেৱৰ ৰাজধানী বৰনগৰলৈ ধৰাই নিলে। কিন্তু ৰজাই প্ৰকৃত কথা বুজিব পাৰি মাধৱদেৱক মুক্তি দিয়ে। বৈষ্ণৱ-বিৰোধী লোকৰ প্ৰৰোচনাত ৰঘুদেৱ ৰজাই পুনৰ মাধৱদেৱ আৰু তেওঁৰ সঙ্গীসকলৰ ওচৰত অত্যাচাৰ আৰম্ভ কৰে। ৰজাৰ ব্যৱহাৰত বেজাৰ পাই মাধৱদেৱে বৰপেটা পৰিত্যাগ কৰে আৰু ৰাজআজ্ঞা অনুসৰি হাজোলৈ যায়; কিন্তু তাতো সুখ-শান্তিত থাকিব নোৱাৰি গোপনে লক্ষ্মীনাৰায়ণ ৰজাৰ ৰাজ্য কোচবেহাৰলৈ গমণ কৰে অনুমান ১৫৯০ খৃষ্টাব্দত।

মহাপুৰুষ শ্ৰীমাধৱদেৱ বৰপেটা সত্ৰত ৭½ বছৰ কাল আছিল বুলি স্থানীয় বিশ্বাস (৩)। বৰপেটা কীৰ্ত্তনঘৰৰ মঠৰ চোতালত

---

*(৩) অৰ্জুন চন্দ্ৰ দাসৰ "মহাপুৰুষীয়া ধৰ্মৰ পৰম্পৰা", পৃঃ ১১, ৩৩০।*

থকা তেৰাৰ বাস-গৃহৰ ঠাইখণ্ডত পিছলৈ এটি বিত্তোপন মঠ নিৰ্মিত হৈছিল। মঠৰ ভিতৰত একাদশ শাস্ত্ৰ, মাধৱদেৱৰ বহা পীৰাখন, পদশিলা আৰু কেই পদমান সেৱাৰ বস্তু আছে আৰু তাত নিতৌ প্ৰসঙ্গ হয়। মাধৱদেৱৰ সেৱকশ্ৰেষ্ঠ শ্ৰীৰাম আতাৰ বাস-গৃহৰ ঠাইত মঠৰ মুখামুখিকৈ এটি সুশোভন পকী নাদ নিৰ্মিত হৈছে। শ্ৰীমাধৱদেৱ আৰু শ্ৰীৰাম আতাৰ দ্বাৰা প্ৰতিষ্ঠিত বৰপেটা সত্ৰৰ সোঁ-মাজত থকা 'বৰবাৰী' বা 'মিঠা আমৰ তল' বুলি জনাজাত ঠাইখণ্ড বৰপেটাৰ ৰাইজে সুৰক্ষণ কৰি তাত এটি নামঘৰ সাজিছে। তেৰাসকলে ৰোপণ কৰা কেতেকী ফুলৰ গছ এতিয়াও আছে।

## বৰপেটা-বাউসীত শ্ৰীশ্ৰীহৰিদেৱ

## ( জন্ম ১৪২৬ খৃঃ— প্ৰয়াণ ১৫৬৬ খৃঃ )

মধ্য যুগত অসমত নৱবৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোঁতাসকলৰ ভিতৰত মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ অন্যতম। শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ দৰে হৰিদেৱকো ভক্ত সমাজে এজন অৱতাৰী পুৰুষ বুলি মান্য কৰে। হৰিদেৱৰ উপৰিপুৰুষ নৰোত্তম ব্ৰাহ্মণ পণ্ডিতক কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মণে কনৌজৰ পৰা আনি শিক্ষা বিস্তাৰৰ উদ্দেশ্যে অশ্বক্ৰান্ত পাহাৰত টোল সজাই স্থাপন কৰিছিল। ৰজাৰ মৃত্যুৰ পাছত নৰোত্তমে বহতি গাওঁলৈ (বহৰিৰ পুৰণি নাম) আহি বসতি কৰিছিল। হৰিদেৱৰ পিতৃৰ নাম অজনাভ আৰু মাতৃৰ নাম পাৰিজাতী আছিল। অজনাভে বহৰিৰ পৰা গৈ উজনিৰ নাৰায়ণপুৰত বসতি কৰিছিল। সেই ঠাইতে ১৩৪৮ শকৰ ভাদ্ৰ মাহৰ শুক্লা পঞ্চমী তিথিত হৰিদেৱৰ

জন্ম হৈছিল (৪)। হৰিদেৱ নানান শাস্ত্ৰ অধ্যয়ন কৰি পণ্ডিত হৈ উঠিছিল। কিছু কাল পাছত আহোমৰ ৰাজ্যত সুখ-শান্তি নেপাই তীৰ্থ-ভ্ৰমণৰ উদ্দেশ্যে পিতৃ-ভূমি বহৰিৰ ওচৰৰ মালীপাৰা গ্ৰামলৈ আহে আৰু তাৰ পৰা জগন্নাথ পুৰী, গয়া, কাশী, বৃন্দাবন আদি পীঠস্থানলৈ যায়। তীৰ্থ ভ্ৰমণৰ অন্তত হৰিদেৱে ধৱলচুং (পাটবাসীৰ পুৰণি নাম) গ্ৰামত আহি বসতি কৰিছিল। ধৱলচুঙত দামোদৰদেৱৰ পৰা শ্ৰীমন্ত শঙ্কৰদেৱৰ গুণ-গৰিমাৰ কথা শুনি হৰিদেৱে গুৰুজনাৰ ওচৰত শৰণ লৈছিল আৰু গুৰু সঙ্গত থাকি পাঠ-প্ৰসঙ্গ কৰি আছিল। শ্ৰীশ্ৰীহৰিদেৱ চৰিতত এই বুলি আছে—

"শ্ৰীশঙ্কৰ নামে আসি অৱতাৰ হৈব।
জ্ঞান-ভক্তি উপদেশে লোক নিস্তাৰিব॥
লোক তৰিবাৰ হেতু পৃথিবীত আসি।
হৰিদেৱ ব্ৰাহ্মণত কহিব প্ৰকাশি॥"

কিছুদিন পাটবাউসীত থাকি শ্ৰীশ্ৰীহৰিদেৱে পিতৃ-পুৰুষৰ পূৰ্বৰ স্থান বহৰি গাওঁলৈ গৈ তাতে ১৩৭৫ শকত সত্ৰ স্থাপন কৰে। দশোদিশৰ পৰা লোক আহি তেওঁৰ পাশত হৰিনাম ধৰ্মত দীক্ষিত হয়। শঙ্কৰদেৱৰ প্ৰয়াণৰ পাছত এইদৰে হৰিদেৱী পন্থাৰ সৃষ্টি হৈছিল। হৰিদেৱ প্ৰভু বসতি কৰাৰ কাৰণে ভক্তসকলে বহৰি গ্ৰামক বাসহৰি (হৰিদেৱৰ বাস) বুলিবলৈ ধৰে আৰু পৰৱৰ্ত্তী কালত ই বহৰি নাম পায়। উপযুক্ত বয়সত হৰিদেৱে তিলোত্তমা নামৰ এজনী কন্যাক বিবাহ কৰে। তেওঁলোকৰ দামোদৰ নামে এজন পুত্ৰ আৰু ভুবনেশ্বৰী আৰু বনমালা নামে দুজনী কন্যা

---

(৪) *শ্ৰীশ্ৰীহৰিদেৱৰ জন্ম বছৰ আৰু জন্ম স্থান সম্পৰ্কে বিভিন্ন মত থকা দেখা যায়। শ্ৰীতীৰ্থলোচন তামুলীৰ "মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ চৰিত চিন্তা"ৰ ১১-১২ আৰু ১৪-১৬ পৃষ্ঠা দ্ৰষ্টব্য।*

উপস্থিছিল। কিছুদিন পাছত হৰিদেৱে বহুতি সত্ৰখনৰ ভাৰ বান্ধৱজন ভকতক প্ৰদান কৰি ব্ৰহ্মপুত্ৰৰ ৰূলাডি নামৰ সুঁতি এটাৰ পাৰত গৈ নতুনকৈ সত্ৰ স্থাপন কৰিছিল। শঙ্কৰদেৱ-মাধৱদেৱে দামোদৰদেৱক আৰু ভকতসবৰ সৈতে পাটবাউসীৰ পৰা তেওঁৰ বাসস্থানলৈ গৈ সাত দিন সাত ৰাতি হৰিকীৰ্ত্তন কৰিছিল আৰু সত্ৰখন আনুষ্ঠানিক ভাৱে প্ৰতিষ্ঠা কৰি হৰিদেৱ গুৰুৰ সন্মান বঢ়াইছিল। সেয়েহে থানৰ নাম মানেৰী হয় (৫)। মহাপুৰুষ হৰিদেৱে শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱ আৰু দামোদৰদেৱৰ সঙ্গ লাভ কৰি কৃতকৃত্য হৈছিল আৰু হৰি-কথা শ্ৰৱণ-কীৰ্ত্তনৰ অৰ্থে প্ৰায়েই মানেৰীৰ পৰা পাটবাউসীলৈ খোজ কাঢ়ি অহাযোৱা কৰিছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ একশৰণ ভক্তি-ধৰ্ম প্ৰচাৰত শ্ৰীশ্ৰীহৰিদেৱ গুৰুৰ অৰিহণা অপৰিসীম। পৰবৰ্ত্তী কালত কিছুমান হৰিদেৱী পন্থাৰ লোকে একশৰণ নামধৰ্মৰ মূল আদৰ্শৰ পৰা আঁতৰি গৈ আন পন্থা অৱলম্বন কৰা দেখা গৈছে। হৰিদেৱে তেওঁৰ ভক্তপ্ৰবৰ হৰিচৰণক জাগৰা (নলবাৰী জিলাত), নাৰায়ণক শুভা (চেঙাৰ ওচৰত), জগন্নাথদেৱক বনিয়াকুছি (সৰ্থেবাৰীৰ ওচৰত) আৰু যদুমণিক উজনি অসমলৈ ধৰ্মাচাৰ্য্য স্বৰূপে পঠিয়াই দি সত্ৰ স্থাপন কৰিছিল।

এইদৰে দশোদিশে ভক্তি ধৰ্ম প্ৰচাৰ কৰি মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱে ১৪৮৮ শকৰ জেঠ মাহৰ অমাবস্যা তিথিত মানেৰীত ইহলীলা সম্বৰণ কৰে। হৰিদেৱৰ পাছত তেওঁৰ কন্যা ভুৱনেশ্বৰী মানেৰী সত্ৰৰ অধিকাৰিণী হৈছিল। অসমৰ মহাপুৰুষ সকলৰ ভিতৰত শ্ৰীশ্ৰীহৰিদেৱেই কেৱল তিৰোতাক প্ৰথমে সত্ৰাধিকাৰ পদত অভিষিক্ত কৰি এক মহান আদৰ্শ প্ৰতিষ্ঠা কৰি গৈছে।

---

(৫) *অদ্ভুত কৰ্ম তান দেখিত সম্প্ৰতি। এতেকে চলিয়া আমি যাওঁ মানেৰীক। সমস্তে বঢ়া হৰিভক্ত মহামতি॥ দোল ভিঠি বাখি মান কৰেঁ াহো ভেওঁক॥*

*— দ্বিজ দিবাকৰৰ 'হৰিদেৱ চৰিত' পৃঃ ৯৯।*

## বৰপেটা-বাউসীত শ্ৰীশ্ৰীদামোদৰদেৱ
## ( জন্ম ১৪৮৯ খৃঃ —[redacted]

মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱৰ পিতৃৰ নাম সদানন্দ বা সত্যানন্দ আৰু মাতৃৰ নাম সুশীলা আছিল। সদানন্দ দ্বিজই তেওঁৰ বাসস্থান হাজোৰ ওচৰৰ বগেশ্বৰ গ্ৰাম এৰি বৰদোৱাৰ ওচৰৰ নলচা গাওঁলৈ উঠি গৈছিল। সেই সময়ত শ্ৰীমন্ত শঙ্কৰদেৱ বৰদোৱা-আলিপুখুৰীত বাস কৰিছিল। এই নলচা গাওঁতে দামোদৰদেৱ উপজিছিল। ৰামৰায় দাস বিৰচিত গুৰু-লীলাত আছে যে, সদানন্দৰ পুত্ৰ জন্মৰ বাতৰি পাই আনন্দতে শঙ্কৰদেৱে দামোদৰ নাম উচ্চাৰণ কৰিছিল আৰু তেৰাৰ বাক্যানুসৰি নৱজাত শিশুৰ নাম দামোদৰ ৰখা হৈছিল (৬)। শিশু দামোদৰৰ গাত সুলক্ষণ দেখা পাই শঙ্কৰদেৱ হৰষিত হৈছিল। সৰু কালৰে পৰা দামোদৰ শঙ্কৰদেৱৰ প্ৰতি আকৃষ্ট হৈছিল। ড° নেওগে "শ্ৰীশ্ৰীশঙ্কৰদেৱ" গ্ৰন্থত দেখুৱাইছে যে, দামোদৰৰ জন্মৰ সময়ত শঙ্কৰদেৱ বৰদোৱাত নাছিল— তেতিয়া তেৰা তীৰ্থ ভ্ৰমণত আছিল আৰু ১৪১৫ শকতহে বৰদোৱা-আলিপুখুৰীলৈ প্ৰত্যাবৰ্ত্তণ কৰিছিল (৭)। গতিকে তাৰ পাছতহে দামোদৰদেৱ শঙ্কৰদেৱৰ সান্নিধ্যলৈ অহাতো সম্ভৱপৰ হয়। শঙ্কৰ-চৰিত সমূহত এই বিষয়ে একো উল্লেখ নাই— সেইবোৰত

(৬) পুত্ৰ জন্মিবাৰ কথা শঙ্কৰে শুনিলা।
পূৰ্ব্ব কথা স্মৰি সিটো আনন্দ লভিলা॥
দামোদৰ নাম শঙ্কৰেও উচ্চাৰিলা।
দামোদৰ নাম থৈবা শঙ্কৰে বুলিলা॥
॥ পদ ১০৬॥

(৭) মহেশ্বৰ নেওগ ৰচনাৱলী, ১ম খণ্ড, পৃঃ ৪০-৪১।

পাটবাউসীতহে দামোদৰে শঙ্কৰদেৱৰ সঙ্গ লাভ কৰা বিৱৰণ আছে। কছাৰীৰ উপদ্ৰৱত [illegible] দোৱা পৰিত্যাগ কৰি ব্যাসপাৰালৈ (পাটবাউসীৰ অংশ) আহি বসতি কৰিছিল। সেই সময়ত এই ব্যাসপাৰাৰ পাৰ্শ্ববৰ্ত্তী বৰলচুওত শ্ৰীমন্ত শঙ্কৰদেৱে সত্ৰ প্ৰতিষ্ঠা কৰি নাম-ধৰ্ম প্ৰচাৰ কৰি আছিল। ৰামৰায়ৰ দামোদৰদেৱৰ চৰিত্ৰত (পৃঃ ২১) আছে যে, শঙ্কৰদেৱে আহোম ৰাজ্য পৰিত্যাগ কৰি কামৰূপৰ কোচৰাজ্যলৈ যাওঁতে বাটত বৰদোৱাত দামোদৰৰ খবৰ লৈছিল আৰু তেওঁৰ কোচৰাজ্যলৈ গমণৰ কথা কৈছিল। সেইকাৰণে দামোদৰেও পাছত কামৰূপলৈ আহিছিল আৰু বৰপেটাৰ গয়া জানেদি পাটবাউসী পাইছিল।

নলচত থাকোঁতেই দামোদৰৰ পিতৃ-মাতৃ আৰু দুজন ভ্ৰাতাৰ বিয়োগ হৈছিল। পত্নী সহ পৰিয়ালৰ বাকী কেইজন লোকক লৈ তেওঁ ব্যাসপাৰাত বসতি কৰিছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ সঙ্গ লভি দামোদৰ হৰষিত হৈছিল আৰু তেওঁ বিষয়-জঞ্জাললৈ পিঠি দি শ্ৰীশঙ্কৰদেৱৰ লগত ধৰ্ম-চৰ্চাতহে মনোনিবেশ কৰিছিল। পাটবাউসীলৈ অহাৰ পাছতে দামোদৰৰ পত্নী-কন্যা ঢুকালত তেওঁ বিপৰ্যয়ৰ সন্মুখীন হৈছিল। এটা সময়ত দামোদৰে নিজে কোৰ মাৰি খেতি কৰি পেট প্ৰবৰ্ত্তাইছিল। দামোদৰে নিতৌ খেতি পথাৰলৈ যাওঁতে শঙ্কৰদেৱৰ বাস-গৃহৰ সমুখেদি গৈছিল আৰু থানত একাদশ স্কন্ধ ভাগৱত পাঠ কৰা শুনিছিল। কৃষ্ণ-কথা শুনি ভক্তি ৰসত আপ্লুত হৈ তেওঁ শঙ্কৰদেৱৰ ওচৰত শৰণ লয়। সিদিনাৰ পৰা তেওঁ দেৱ দামোদৰ নামে প্ৰসিদ্ধ হয় (৮)। দামোদৰদেৱে শঙ্কৰ-মাধৱ দুজনা গুৰুৰ লগত পাটবাউসীত একেলগে প্ৰসঙ্গ, ভাগৱত পাঠ আৰু শাস্ত্ৰালাপ কৰি "একে কায়" যেন হৈ পৰিছিল (৯)। এনে স্থলতো

---

*(৮) ৰামচৰণৰ গুৰুচৰিত, পদ ২৯৯২।*

*(৯) নীলকণ্ঠৰ দামোদৰ চৰিত, পদ ৫।*

পৰৱৰ্ত্তী কালত কিছুমানে দামোদৰ গুৰুক চৈতন্যদেৱৰ ওচৰত শৰণ লোৱা বুলি কৰলৈ প্ৰয়াস কৰে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ বেহাৰত প্ৰয়াণৰ পাছত দামোদৰদেৱে মাধৱদেৱৰ সঙ্গৰ পৰা আঁতৰি নিজাকৈ ধৰ্ম প্ৰচাৰত ব্ৰতী হয়। তেতিয়াৰ পৰা দামোদৰদেৱক গুৰু মানি শৰণ লোৱা সকলক দামোদৰীয়া বুলিবলৈ ধৰিলে। দামোদৰদেৱে একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা কাৰ্যত শাক্তপন্থী ব্ৰাহ্মণসকল ঈৰ্ষাপৰায়ণ হৈ পূৱ কোচ ৰাজাৰ ৰজা পৰীক্ষিত নাৰায়ণৰ আগত গোচৰ দিলে যে—

"তেহোঁ এক শৰণ লগাইলা লোকক।
শৰত কালৰ পূজা লোকে এৰিলেক॥
আন দেৱতাৰ নাম নুশুনয় কাণে।
ভাগৱত ধৰ্ম প্ৰবৰ্ত্তাইলা থানে থানে॥"
(ৰামৰায়ৰ গুৰুলীলা, পদ ৩১১-১২)

দামোদৰে নিজ ধৰ্ম ৰক্ষাৰ্থে ৰজাৰ ওচৰলৈ যায় আৰু পাটবাউসী সত্ৰৰ ভাৰ পৰম বৃদ্ধ বৈষ্ণৱ হৰি আতাৰ ওপৰত অৰ্পণ কৰি ভকতবৃন্দক সত্ৰথন পালন কৰিবলৈ উপদেশ দিয়ে। কিছু কাল পৰীক্ষিত নাৰায়ণৰ ৰাজধানী বিজয়নগৰত কটাই দামোদৰদেৱে কোচবেহাৰলৈ গমন কৰে আৰু তাৰ আগতে তেওঁৰ পৰম ভক্ত ভট্টদেৱক বৰনগৰৰ পৰা পাটবাউসীলৈ মাতি আনিছিল। মনোহৰদেৱ দামোদৰদেৱৰ অন্যতম শিষ্য আছিল। তেওঁ সৰুক্ষেত্ৰী, জালাহ, বজালী, ভৱানীপুৰ আদি ঠাইত ধৰ্ম প্ৰচাৰ কৰিছিল। মনোহৰদেৱে চেঙা গাওঁৰ পৰা তেওঁৰ পৌষ্যপুত্ৰ জয়হৰিক বৰকাপলাত আৰু মাধৱদত্তক নসত্ৰত সত্ৰ স্থাপনা কৰি দিছিল আৰু নিজেও শিংৰাত সত্ৰ পাতি বহু কাল বাস কৰিছিল। এই সত্ৰৰ বাবে

আহোম ৰজাই বোগচৰা আৰু যশোদাৰপাম গাওঁত ধৰ্মোত্তৰ ভূমি দান কৰিছিল। মনোহৰদেৱ দৈৱিক শক্তিসম্পন্ন ভক্ত আছিল। ভকতৰ পানীৰ অভাৱ গুচাবলৈ তেওঁ হেমো সৰ্থেবাৰীৰ ওচৰৰ নসত্ৰৰ ওচৰত 'সুদাণ কুৰা' বুলি এটা কুৰৰ সৃষ্টি কৰিছিল।

## শ্ৰীশ্ৰীভট্টদেৱ
### (জন্ম ১৫৫৮ খৃঃ– প্ৰয়াণ ১৬৩৮ খৃঃ)

বজালী পৰগণাৰ বিছানকুছি গাওঁত বৈকুণ্ঠনাথ ভট্টাচাৰ্য্য নামে এজন ব্ৰাহ্মণ সুপণ্ডিত আছিল। বাপেক কবি সৰস্বতী মহাসন্ত ব্ৰাহ্মণ আছিল। সৰুকালতে বৈকুণ্ঠনাথ বিবিধ শাস্ত্ৰত পাৰ্গত হৈ উঠিছিল। বিশেষকৈ ভাগৱত পাঠ আৰু ব্যাখ্যাত বৈকুণ্ঠনাথৰ যশ দশোদিশে প্ৰচাৰিত হৈছিল। বৈকুণ্ঠনাথ নন্দনগৰৰ বৰপেটীয়াত (হাউলী অঞ্চলত) থকা সময়ত আমগুৰিৰ ৰাজপুৰোহিত কৃষ্ণ মিশ্ৰই তেওঁক মাতি নি নিজ কন্যা দান কৰিছিল। বিয়াৰ পাছত তেওঁ বৰপেটাৰ পাৰ্শ্ববৰ্ত্তী মেটুৰাকুছি গ্ৰামত বাস কৰিবলৈ যায়। বৰপেটা সত্ৰৰ মথুৰাদাস বুঢ়াআতাৰ আমন্ত্ৰণ ক্ৰমে বৈকুণ্ঠনাথে ভাগৱত পাঠ ব্যাখ্যা কৰি সত্ৰত কিছুদিন আছিল। তাৰ পাছত তেওঁ পাটবাউসীলৈ যায় আৰু শঙ্কৰী ধৰ্মত শৰণ লয়। ৰামচৰণ ঠাকুৰৰ গুৰুচৰিত মতে বৈকুণ্ঠনাথে পাটবাউসীলৈ গৈ প্ৰথমতে দামোদৰদেৱৰ লগত শঙ্কৰী বৈষ্ণৱ ধৰ্ম সম্বন্ধে তৰ্কালাপ কৰে আৰু তেওঁৰ পৰা শুদ্ধ হৰি-ভক্তিৰ সবিশেষ কথা বুজিব পাৰি দুয়ো শঙ্কৰদেৱৰ পাশলৈ যায় আৰু বৈকুণ্ঠনাথে শঙ্কৰদেৱৰ ওচৰত শৰণ লবলৈ বিচাৰে; কিন্তু গুৰুৰ আজ্ঞানুসৰি দামোদৰদেৱে

বৈকুণ্ঠনাথক শৰণ দিয়ে—

"গুৰু বোলে আত কিছো নকৰা সন্দেহ।
মোৰে দামোদৰে ভিন্ন নাহি মাত্র লেশ॥" ৩১৩৯॥

(ৰামচৰণ)

ৰামৰায়ৰ গুৰুলীলা (পৃষ্ঠা ৪২-৭৩) অনুসৰি বৈকুণ্ঠনাথে লোকৰ মুখত দামোদৰদেৱৰ ধৰ্ম প্ৰচাৰৰ কথা শুনি বৰনগৰৰ ভেৰাগ্ৰামৰ পৰা পাটবাউসীলৈ আহিছিল আৰু দামোদৰদেৱৰ ওচৰত শৰণ লৈ কৃতকৃত্য হৈছিল। পাটবাউসীত দামোদৰদেৱৰ সত্ৰত কিছু কাল কটাই বৈকুণ্ঠনাথে গুৰুৰ আজ্ঞাত বৰনগৰত ভাগৱত পাঠ কৰিবলৈ গৈছিল। বৈকুণ্ঠনাথৰ ভাগৱত পাঠ আৰু ব্যাখ্যা শুনি বৰনগৰীয়া ৰাইজে পৰম সন্তোষ লভিছিল আৰু তেওঁক 'কবিৰত্ন' উপাধিৰে ভূষিত কৰিছিল।

দামোদৰদেৱে পাটবাউসী থান এৰি বেহাৰলৈ যোৱাৰ আগ মুহূৰ্ত্তত প্ৰিয়তম শিষ্য বৈকুণ্ঠনাথক বৰনগৰৰ পৰা মতাই আনিলে আৰু "কথা-ভাগৱত" ৰচনা কৰিবলৈ নিৰ্দ্দেশ দিলে। বৰনগৰতে কবিৰত্নই "ভাগৱত-কথা" ৰচনা কৰা বুলি ৰামৰায়ে গুৰু-লীলা চৰিতত লিখিছে। বৈকুণ্ঠনাথে কোচবেহাৰলৈ গৈ "সাতস্কন্ধ ভাগৱত" ভাঙনিখন গুৰুজনক দেখুওৱাত দামোদৰদেৱ পৰম আনন্দিত হৈছিল। তেওঁ বৈকুণ্ঠনাথৰ ওপৰত ধৰ্ম সমৰ্পি পাটবাউসী থানৰ অধিকাৰ পাতে আৰু বাকী থকা পাঁচ স্কন্ধ ভাগৱতৰ ভাঙনিৰ কামখিনি সম্পূৰ্ণ কৰিবলৈ দিয়ে। "কথা-ভাগৱত" ৰচনাৰ পাছত বৈকুণ্ঠনাথে "শ্ৰীভগবদ্‌গীতা-কথা" ৰচনা কৰি দামোদৰদেৱলৈ পঠাই দিয়ে। দামোদৰদেৱে কবিৰত্ন বৈকুণ্ঠনাথক ভট্টাচাৰ্য্য নাম দিয়ে। তেতিয়াৰ পৰা তেওঁ 'ভট্টাচাৰ্য্যদেৱ' বা 'ভট্টদেৱ' বুলি প্ৰখ্যাত হয়।

ভট্টদেৱে পাটবাউসীত নাম-ধৰ্ম প্ৰকাশ কৰি থাকোঁতে

দামোদৰ পাটোৱাৰী নামৰ লোক এজনে ভকতক উপদ্ৰৱ কৰাত ভট্টদেৱে পাটবাউসী পৰিত্যাগ কৰি বুঢ়ালুইতৰ ( চাউলখোৱা ) পাৰত ব্যাসকুছিত সত্ৰ পাতি বাস কৰিছিল। প্ৰয়াণৰ আগতে ভট্টদেৱে তেওঁৰ প্ৰিয়তম শিষ্য অৰ্জুনদেৱক উত্তৰাধিকাৰী মনোনয়ন কৰি ধৰ্মৰাজ্যৰ ভাৰ অৰ্পণ কৰে আৰু ভানুদেৱ বিশাৰদক পাটবাউসী-ব্যাসকুছিৰ থানৰ মেধী মনোনীত কৰে। অৰ্জুনদেৱৰ আজ্ঞামতে তেওঁৰ শিষ্য ৰামৰায় দাসে 'সন্ত-যশামৃত' নাম দি দামোদৰদেৱৰ চৰিত ৰচনা কৰিছিল। কিছুমান পণ্ডিতৰ মতে ভট্টদেৱৰ জন্মস্থান বঙ্গালীত নহয়—বৰনগৰৰ ৰহা গাওঁৰ ওচৰত অৱস্থিত ভেৰাগ্ৰামতহে। ভট্টদেৱে পাটবাউসী আৰু ব্যাসকুছিত শিক্ষাকেন্দ্ৰ পাতি দেশ-বিদেশৰ পৰা অহা ছাত্ৰক শিক্ষা প্ৰদান কৰিছিল।

অসমীয়া গদ্য-সাহিত্যৰ বাট-কটীয়া স্বৰূপে ভট্টদেৱৰ কীৰ্ত্তি চিৰ যুগমীয়া হৈ বৰ্ত্তি থাকিব।

## শ্ৰীশ্ৰীনাৰায়ণদাস ঠাকুৰ আতা
## ( জন্ম ১৪৯৬ খৃঃ — প্ৰয়াণ ১৫৯০ খৃঃ )

নাৰায়ণদাস ঠাকুৰ আতাৰ আচল নাম আছিল ভৱানন্দ। তেওঁৰ পিতৃৰ নাম ধৰ্ম আৰু মাতৃৰ নাম হৰিপ্ৰিয়া আছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ কামৰূপ আগমনৰ আগে আগে ভৱানন্দই গোৱালপাৰা জিলাৰ ডিঙা নগৰৰ পৰা উঠি আহি বৰ্ত্তমান ময়নবৰী সত্ৰৰ দক্ষিণ-পশ্চিমে মানাহ আৰু চাউলখোৱা নদীৰ সঙ্গম স্থলত অৱস্থিত হালধীয়া গ্ৰামত বসতি কৰিছিল। তেওঁ বৰপেটাৰ প্ৰধান নদী কেঁইটাৰে বাণিজ্য চলাই আছিল আৰু

কৰ্মকুশলতাৰ গুণত বেহা-বাণিজ্যত ৰাজ-অনুগ্ৰহ লাভ কৰিবলৈ সমৰ্থ হৈছিল। চাউলখোৱা নদীৰ দণ্ডাপৰীয়া ঘাটত মতান্তৰে ব্ৰহ্মপুত্ৰ/সোণকোষ নদীৰ পাৰত ভাস্কৰ শুক নামে এজন ব্ৰাহ্মণৰ মুখে শ্ৰীমন্ত শঙ্কৰদেৱৰ সংবাদ শুনি তেৰাক মাজুলীৰ ধুৱাঁহাটাত গৈ সাক্ষাৎ কৰিবলৈ ভবানন্দে নিজ বাসস্থান হালধীয়া গ্ৰামৰ পৰা চাউলখোৱা নদীয়েদি উজাই আহি জনিয়াৰ ওচৰৰ ৰাঙাপানী পায়। তাৰ পৰা অলপ দূৰ আগুৱাই ভবানন্দ খোৰানদীত সোমায়। ইয়াতে ভাঁগীকুছিৰ পৰা খাগৰি কাটিবলৈ যোৱা লোকৰ মুখত গুৰু মহিমা বৰ্ণাই গোৱা মধুৰ গীত এফাকি শুনিছিল—

"শঙ্কৰ মাধৱ হে ভৈলা অৱতাৰ।

ইবাৰ কৰিব হৰি জগত উদ্ধাৰ॥" কিছুক্ষণ পাছত আকৌ কাণত পৰিছিল শঙ্কৰদেৱৰ ভণিতা থকা বৰগীতৰ সুমধুৰ ধ্বনি —

"নাৰায়ণ, কাহে ভকতি কৰোঁ তেৰা।

মেৰি পামৰ মন, মাধৱ ঘনে ঘন, ঘাটুক পাপ নাছোৰা।"

ইত্যাদি। নাৱৰীয়াৰ মুখে শঙ্কৰদেৱ প্ৰভু উজনিৰ পৰা আহি চুণপোৰাত থিতাপি লোৱা বুলি শুনি ভবানন্দ সাউদ আনন্দত অধীৰ হ'ল আৰু গয়াজানেৰে আহি চুণপোৰাৰ ঘাটত নাও চপালে। পাৰত উঠি ভবানন্দই শঙ্কৰদেৱক পীৰা কমলীত বহি পশ্চিমৰ ফালে মুখ কৰি ভকতে জাহি-বন চকা কৰা চাই থকা দেখা পালে। ভবানন্দই পিছ ফালৰ পৰা গুৰুজনৰ উদ্দেশ্যে প্ৰণিপাত জনালত তেওঁৰ মূৰৰ ছাঁটো গুৰুজনৰ পদ-পঙ্কজত পৰিল। এনে সময়তে শঙ্কৰদেৱৰ মুখত "নাৰায়ণ" নাম উচ্চাৰিত হ'ল। সেইকাৰণে শঙ্কৰদেৱে নবাগত ভবানন্দৰ নাম নাৰায়ণ থলে আৰু অতি আদৰেৰে তেওঁক সোধপোছ কৰি ৰাখিলে। নাৰায়ণ দাসত উত্তম পুৰুষৰ লক্ষণ দেখা পাই গুৰুজনে তেওঁক মাধৱদেৱৰ সৈতে সখি কৰি দিয়ে। শঙ্কৰদেৱে নাৰায়ণ দাসক ধৰ্মাচাৰ্য্য পাতি

"গোপী-উদ্ধৱ সংবাদ" পুথিখন (কোনো কোনো চৰিতকাৰৰ মতে 'গুণমালা' / 'ভকতি প্ৰদীপ') থাপনাত থৈ লোকক শৰণ কৰাবলৈ দিয়ে। কামৰূপত মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কাৰ্য্যত নাৰায়ণদাস শঙ্কৰদেৱৰ সোঁহাত স্বৰূপ আছিল। কুমাৰকুছি আৰু তাৰ পাছত পাটবাউসীত সত্ৰ-স্থাপনত নাৰায়ণ দাসে ধন-জন সকলো প্ৰকাৰে আগ ভাগ লৈছিল। সখিয়েক মাধৱদেৱৰ সুন্দৰীদিয়া আৰু বৰপেটাত থান-সত্ৰ নিৰ্মাণ কাৰ্য্যতো নাৰায়ণ দাসে বিশেষ ভাৱে সহায়-সহযোগ কৰিছিল। তেওঁৰ আন বিশিষ্ট অৱদান সমূহ হ'ল— শঙ্কৰদেৱৰ আজ্ঞামতে মাধৱদেৱৰ সহায়ৰ কাৰণে তেওঁ শ্ৰীৰাম নামৰ এজন অতি সৎ পুৰুষক আলধৰা হিচাপে বিচাৰি আনিছিল। এইজনেই দুজনা গুৰুৰ অতি প্ৰিয়তম আৰু একনিষ্ঠ সেৱক শ্ৰী শ্ৰীৰাম আতা বুলি প্ৰখ্যাত হৈছিল। দ্বিতীয়তে, ঠাকুৰ আতাই দক্ষিণ কূলৰ মালচা গ্ৰামৰ কংসাৰি নামৰ সৎ-সৰল প্ৰকৃতিৰ লোক এজনক জনিয়াত লগ পাই সুন্দৰীলৈ আনি মাধৱদেৱৰ ওচৰত শৰণ কৰাইছিল। এইজনেই মহাপুৰুষীয়া ধৰ্মৰ এটি লাইখুটা স্বৰূপ শ্ৰীশ্ৰীবৰবিষ্ণু আতা। অসমৰ আন এগৰাকী প্ৰখ্যাত ধৰ্মাচাৰ্য্য শ্ৰীশ্ৰীগোপালদেৱে ঠাকুৰ আতাৰ পৰামৰ্শত শ্ৰীশ্ৰীমাধৱদেৱৰ পৰা ধৰ্ম বস্তু গ্ৰহণ কৰিছিল। নাৰায়ণ দাসৰ বিশিষ্ট সেৱাৰ স্বীকৃতি হিচাপে শ্ৰীশঙ্কৰদেৱে তেওঁক 'ঠাকুৰ' আৰু 'ধৰ্মৰ খুটি' উপাধি প্ৰদান কৰিছিল।

নাৰায়ণ দাসে নিতৌ নিজ ঘৰ হালধীয়াৰ পৰা দুৰ্গম পথেৰে গণককুছিলৈ আহিছিল আৰু তাৰ পৰা সখিয়েক মাধৱদেৱক লগত লৈ পাটবাউসীলৈ গৈ গুৰুসেৱা কৰিছিল। পাছত গুৰুজনাৰ উপদেশ মতে তেওঁ হালধীয়াৰ পৰা উঠি আহি জনিয়াৰ দুমাইলমান পশ্চিমে মনথৈ নামে ঠাইত সত্ৰ পাতি বসতি কৰিছিল। ধৰ্ম প্ৰচাৰৰ সুবিধাৰ্থে মাধৱদেৱৰ অনুৰোধত ঠাকুৰ আতাই মনথৈ

এৰি জনিয়াত বাস কৰিছিল। ১৮৯৭ চনৰ ভূমিকম্পত মনথৈ সত্ৰখন সম্পূৰ্ণ ৰূপে ধ্বংস-হৈছিল। তেওঁৰ দ্বাৰা স্থাপিত জনিয়াৰ সত্ৰখনৰো এতিয়া চিন চাব নাই। বৰ্ত্তমানৰ সত্ৰখন পুৰুষোত্তম ঠাকুৰদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত। ৯৫ বছৰ বয়সত নাৰায়ণ দাস ঠাকুৰ আতাই জনিয়াত নৰ-নাট সম্বৰণ কৰিছিল। জনিয়া, গজিয়া, কনৰা আদি সত্ৰত ঠাকুৰ আতাৰ তিথি পালন কৰা হয়।

## শ্ৰীশ্ৰীমথুৰাদাস বুঢাআতা
### ( খৃঃ ১৪৯০ – ১৬৩১ )

শ্ৰীশ্ৰীমথুৰাদাস বুঢাআতাৰ প্ৰকৃত নাম আছিল গোপাল তাঁতী। তেওঁৰ উপৰিপুৰুষ সকল শিৱসাগৰ জিলাৰ খনাখোকোৰা গাওঁৰ আছিল। মহামাৰীৰ প্ৰকোপত নিজ ঘৰ এৰি পিতামহ বীৰপাক্ষই তাঁতীকুছি অঞ্চললৈ আহিছিল। এই ঠাইতে ১৪১২ শকৰ (ইং ১৪৯০ চন) জেঠ মাহৰ শুক্লা একাদশী তিথিত গোপাল তাঁতীৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম বীৰসাদ আৰু মাতৃৰ নাম ধৈৰ্য্যা আছিল। উপযুক্ত বয়সত গোপালে ভৱানীপুৰৰ ওচৰৰ কুমোৰাহাৰ বংশী ঠাকুৰীয়াৰ কন্যা সুমতীক বিয়া কৰায়। বলাই তেওঁলোকৰ একমাত্ৰ সন্তান আছিল। গোপাল তাঁতী চৈতন্যপন্থী আছিল আৰু তেওঁ মুখ্য তাঁতী স্বৰূপে লগত ওঠৰজন পালি লৈ ৰামৰমীয়াৰ গীত গাই ফুৰিছিল। পিছলৈ তেওঁ শঙ্কৰদেৱৰ ধৰ্মৰ প্ৰতি আকৃষ্ট হয় আৰু ১৪৯৩ শকত ৮১ বছৰ বয়সত সুন্দৰীদিয়াত মাধৱদেৱৰ ওচৰত মহাপুৰুষীয়া ধৰ্মত দীক্ষিত হৈছিল। মাধৱদেৱে বৰপেটাত সত্ৰ স্থাপন কৰোঁতে গোপাল তাঁতী তেওঁৰ মুখ্য সহায়ক আছিল।

গোপালে মথুৰা সদৃশ বৰপেটা থানখন নিজ হাতে পৰিষ্কাৰ পৰিচ্ছন্নকৈ ৰাখি এটি সুন্দৰ আৰু পবিত্ৰ পৰিবেশৰ সৃষ্টি কৰিছিল। তেওঁৰ দাসালি কাৰ্য্যত সন্তুষ্ট হৈ মহাপুৰুষ মাধৱদেৱে গোপালৰ নাম "মথুৰাদাস" ৰাখিছিল।

মহাপুৰুষ মাধৱদেৱ বৰপেটা থান এৰি বেহাৰলৈ যোৱাৰ পাছত এদিনাখন গলয়া বিলৰ পাৰৰ বনপোৰা জুইৰ ফিৰিঙতি আহি সত্ৰৰ ৰঙিয়াল গৃহটি ভস্মীভূত কৰে। উপায়হীন হৈ মথুৰাদাসে গুৰুজনৰ দিহা-পৰামৰ্শ লবলৈ বাম পথেদি বেহাৰলৈ যাত্ৰা কৰে। মথুৰাদাস আৰু সঙ্গী ভকতবৃন্দক পাই মাধৱদেৱ অতিশয় আনন্দিত হৈছিল আৰু মথুৰাদাসক কৈছিল—"মথুৰাদাস, যিদিন ধৰি ৰঙিয়াল গৃহ এৰা হ'ল, সেই দিন ধৰি আমি বৰপেটা থানৰ বাতৰি পোৱা নাই। পূৰ্বে নন্দই উদ্ধৱত শ্ৰীকৃষ্ণৰ বাতৰি সুধিছিল; সেই আহিঁ মতে আমিও তোমাত থানৰ বাতৰি সোধা হৈছে। তুমি তাক কীৰ্ত্তন কৰি কোৱা যাওক।" গুৰুজনে বিশেষকৈ এই কেইটা বিষয়ৰ বাতৰি সুধিছিল — (১) কামৰূপৰ সমস্ত ভকতৰ কুশল সংবাদ, (২) বৰপেটা থানৰ ভকতৰ সংখ্যা, (৩) তিনিও প্ৰসঙ্গত হোৱা কৃষ্ণ-কথাৰ সম্ভেদ আৰু ৪) মথুৰাদাসক অভয় দি মথুৰা সদৃশ বৰপেটা থান নেৰিবলৈ উপদেশ। এই আহিঁতে এখন থানৰ ভকত আন এখন থান দৰ্শণলৈ গলে থানৰ বাতৰি সোধা প্ৰথা আজিলৈকে প্ৰচলিত হৈ আছে। অৱশ্যে ইয়াৰ আগতে শ্ৰীমন্ত শঙ্কৰদেৱৰ শেষ বাৰলৈ বেহাৰ যাত্ৰাৰ কাৰণে পাটবাউসীৰ পথা গণককুছিলৈ আহোঁতে মাধৱদেৱে জগদ্‌গুৰুক বাতৰি সোধা কথা উল্লেখ কৰা হৈছে।

কিছুদিন বেহাৰৰ ভেলাডোৱাত থকাৰ পাছত মাধৱদেৱৰ আজ্ঞানুসৰি মথুৰাদাসে বৰপেটালৈ প্ৰত্যাবৰ্ত্তন কৰে। মাধৱদেৱে তেওঁক বৰপেটা থানৰ অধিকাৰ পদত অভিষিক্ত কৰি চুটি নাগেৰী

টকা গুৰুকৰ স্বৰূপে দিয়ে। বৰপেটাৰ উভটি আহি ভক্ত বাইজৰ সহায়-সহযোগত পুৰি যোৱা কীৰ্ত্তনঘৰটি (ৰভিয়াল গৃহ) পুনৰ নিৰ্মাণ কৰে আৰু গুৰুজনৰ বচন মতে বৰপেটাৰ নহাটীত অৱস্থিত নিজ ঘৰ এৰি কীৰ্ত্তনঘৰৰ চৌহদত মাধৱদেৱৰ মঠৰ ওচৰত থাকিবলৈ ললে। ই "বুঢ়াআতাৰ ভিঠি" নামে জনাজাত।

বৰপেটা সত্ৰৰ অধিকাৰ স্বৰূপে কাৰ্য্যভাৰ গ্ৰহণ কৰি মথুৰাদাসে বৰপেটা সত্ৰৰ উন্নয়ণৰ বাবে আত্মনিয়োগ কৰে। এই ক্ষেত্ৰত তেওঁৰ তলত উল্লেখ কৰা অৱদান সমূহ চিৰকাল শ্ৰদ্ধাৰে স্মৰণীয় হৈ থাকিব – [১] বৰপেটা কীৰ্ত্তনঘৰত মাধৱদেৱে প্ৰৱৰ্ত্তিত তিনি প্ৰসঙ্গৰ ঠাইত চৈধ্য প্ৰসঙ্গ প্ৰবৰ্ত্তন কৰে। এই মতে পুৱাৰ প্ৰসঙ্গত (ক) পুৱাৰ গীত (খ) পুৱাৰ ভটিমা (গ) নাম প্ৰসঙ্গ (ঘ) ভাগৱত আৰু (ঙ) পাঠ এই পাঁচ বিধ কাৰ্য্যসূচী থাকে। আবেলিৰ প্ৰসঙ্গত ক) পাঠ (খ) নাম-প্ৰসঙ্গ আৰু (গ) ভাগৱত এই তিনি বিধ কাৰ্য্যসূচী থাকে। ৰাতিৰ প্ৰসঙ্গত (ক) গুণমালা (খ) লীলামালা (গ) ভটিমা (ঘ) সেৱাৰ কীৰ্ত্তন (ঙ) নাম-প্ৰসঙ্গ আৰু (চ) পাঠ এই ছয় বিধ কাৰ্য্যসূচী থাকে। নাম-প্ৰসঙ্গৰ এনেকুৱা বিস্তাৰিত কাৰ্য্যসূচী আন ক'তো নাই।

[২] এইবোৰ কাৰ্য্য নিয়াৰিকৈ চলাবলৈ উপযুক্ত লোকক প্ৰশিক্ষণ দি গায়ন-বায়ন, ভাগৱতী পাঠক, ওজা-সূত্ৰাধাৰ, নাচ-নটুৱা, নাম কীৰ্ত্তনীয়া, বিয়াহ কীৰ্ত্তনীয়া, ঘোষা কীৰ্ত্তনীয়া, সেৱাৰ কীৰ্ত্তনীয়া বিষয়-বাব আদি বিতৰণ কৰে আৰু সত্ৰখন পৰিচালনাৰ বাবে সত্ৰৰ মজুমদাৰ, কাকতী, গন্ধীয়া, ভৰালী আদি নিযুক্ত কৰে। তেতিয়াৰ পৰা বৰপেটা সত্ৰ এটা নিৰ্দ্ধাৰিত আৰু উন্নত পদ্ধতিত চলিব ধৰে।

[৩] সত্ৰখন গণতন্ত্ৰৰ ভেটিত প্ৰতিষ্ঠা কৰিবলৈ বৈঠকী সমূহৰ মেল প্ৰবৰ্ত্তন কৰে। এইভাৱে বৰপেটা সত্ৰ পৰিচালনাৰ সৰ্ব্বোচ্চ ক্ষমতা সমূহ ভকতৰ ওপৰত আৰোপিত হয়।

[৪] আজিকালিৰ স্বায়ত্ত শাসন ব্যৱস্থাৰ নিচিনাকৈ হাটী প্ৰথা প্ৰবৰ্ত্তন কৰে। সত্ৰখনৰ কাম-কাজ নিয়াৰিকৈ চলাবলৈ বৰপেটা সত্ৰখনত উত্তৰহাটী, দক্ষিণহাটী আৰু নহাটী এই তিনিখন থুল হাটী পাতি তাৰ অধীনত বাইশ খন শাখা হাটী প্ৰতিষ্ঠা কৰে। হাটীৰ কাম-কাজ সুচাৰুৰূপে চলাবলৈ প্ৰতিখন হাটীত একোটা ধন-ভঁৰাল পাতে আৰু এইদৰে বিশ্বৰ ভিতৰতে বোধহয় পোন প্ৰথমবাৰৰ বাবে বেঙ্ক পদ্ধতিৰ পাতনি মেলে।

মথুৰাদাসৰ আন শ্ৰেষ্ঠ অৱদান হ'ল, বৰপেটাৰ আশে-পাশে কুৰিখনৰো অধিক গাওঁত থান-সত্ৰ স্থাপন আৰু তাত বন্তি জ্বলাই একোজনা মেধী নিয়োগ। মহাপুৰুষ দুজনা গুৰুৰ দিনতে স্থাপিত এই সত্ৰবোৰৰ অৱস্থা তেওঁসকলৰ অনুপস্থিতিত জৰাজীৰ্ণ হৈ পৰিছিল। মথুৰাদাসৰ অক্লান্ত প্ৰচেষ্টাত সত্ৰসমূহ পুনৰ ঠন ধৰি উঠে। এই সত্ৰবোৰ আছিল লেহি-দঙৰা, দীগিবপাৰ, সখা, সুতিৰপাৰ, সাঙলাৰভাৰি, চাচৰা, গৰলা, মানিকপুৰ, কনৰা, আলিগাওঁ, সাৰগাওঁ, গজিয়া, যতি, ভিঠি, ভেৰা, লুৰফুইৰা, দহদণ্ডী, খুতুৰাখোৰা, বৰি, দলা ইত্যাদি। কালৰ গতিত এই গাওঁবোৰৰ খিলঞ্জীয়া অধিবাসীসকল প্ৰাকৃতিক দুৰ্য্যোগত গাওঁ এৰি আন ঠাইলৈ গুচি গ'ল আৰু তাৰ ফলত গজিয়াত বাহিৰে বাকী সত্ৰবোৰ লোপ পালে। সম্প্ৰতি নাৰায়ণদাস ঠাকুৰআতা প্ৰতিষ্ঠিত কনৰা সত্ৰ পুনৰ নিৰ্মাণৰ বাবে ধৰ্মপ্ৰাণ ৰাইজে কাৰ্য্যব্যৱস্থা হাতত লৈছে। মহাপুৰুষ দুজনা গুৰু বেহাৰলৈ যোৱাৰ পাছত সুন্দৰীদিয়া, পাটবাউসী, গণককুছি আদি সত্ৰসমূহৰ প্ৰতি স্থানীয় ৰাইজ আওকণীয়া হৈ পৰে। মথুৰাদাসে সেই সত্ৰসমূহৰ মলিন হৈ থকা ঘৰ-চোতাল আদি চিকুণাই বন্তি জ্বলাই পুনৰ উজ্জ্বল কৰে।

মহাপুৰুষীয়া ধৰ্মৰ লাইখুটা স্বৰূপ এই গৰাকী শক্তিমন্ত আৰু কাৰ্য্যদক্ষ মহান পুৰুষৰ বৰপেটা কীৰ্ত্তনঘৰ চৌহদৰ বাসগৃহত ১৫৬৩

শকৰ ( ইং ১৬৭ ছন ) আহিন মাহৰ কৃষ্ণা চতুৰ্থীত দেহাৱসান হয়।

মথুৰাদাস বুঢ়াআতাৰ দিনতে উজনিৰ কমলাবাৰী সত্ৰ প্ৰতিষ্ঠাপক পদ্মআতা বা বদলা আতাই কোচবেহাৰত মাধৱদেৱৰ সঙ্গত কিছুদিন থকাৰ পাছত উজনিলৈ গৈ থান-সত্ৰ স্থাপন কৰি ধৰ্ম্ম প্ৰচাৰত ব্ৰতী হৈছিল। ভেলাথান এৰি অহাৰ সময়ত মাধৱদেৱ গুৰুৱে তেৰাৰ প্ৰিয়তম সুমলীয়া শিষ্য পদ্মআতাক সকলো দিহা-পৰামৰ্শ দিওঁতে কৈছিল, "মোক তুমি পূৰ্ণ দেখা নাই; বিষ্ণু, মথুৰাদাস আৰু সখাক দেখিলে আৰু ভৱানীপুৰীয়া গোপালক দেখিবা যেতিয়া তেতিয়াহে মোক সম্পূৰ্ণ দেখিবা।" লগতে চাৰিওজনা আতাপুৰুষৰ প্ৰত্যেকৰে পৰা একোটিকৈ পৰমাৰ্থিক তত্ত্ব-কথা সুধি লবলৈ গুৰুজনে বদলা আতাক উপদেশ দিছিল। গুৰুজনৰ সেই উপদেশ স্মৰণ কৰি তেওঁ বৰপেটালৈ আহি এবছৰ কাল কটাইছিল আৰু আতা পুৰুষ বৰবিষ্ণুৰ পৰা "ছেৰ তলৰ সুখৰ কথা", ঠাকুৰআতাৰ পৰা "মইজেলিৰ সুখৰ কথা", গোপাল আতাৰ পৰা "কলয়াৰ সুখৰ কথা" আৰু মথুৰাদাসৰ পৰা "নাওবাৰ তলৰ সুখৰ কথা" শিকি-বুজি প্ৰত্যেকৰ ঠাইত সাত দিন ধৰি কৃষ্ণ-কথা শ্ৰৱণ-কীৰ্ত্তন কৰিছিল। লগতে ধৰ্ম প্ৰচাৰ কাৰ্য্যৰ সমন্বয় সাধিছিল।

বৰপেটা কীৰ্ত্তনঘৰৰ চৌহদত তেওঁ বাস কৰা ঠাইত নিৰ্মিত ভিঠিটো "বদলা আতাৰ ভিঠি" নামে প্ৰখ্যাত। তাত নিতৌ পুৱা-গধুলি প্ৰসঙ্গ হয়। মহাপুৰুষীয়া পন্থত শঙ্কৰ-মাধৱ দুজনা গুৰুৰ পাছতে বদলা আতাৰ স্থান। পোন-প্ৰথমবাৰ বদলা আতা বৰপেটা সত্ৰলৈ আহোঁতে মথুৰাদাস বুঢ়াআতাই যেতিয়া তেওঁক কীৰ্ত্তনঘৰত প্ৰৱেশ কৰিবলৈ অনুৰোধ কৰিছিল, তেতিয়া বদলা আতাই থানৰ সত্ৰাধিকাৰ মথুৰাদাসহে আগ হব লাগে বুলি কৈছিল। উত্তৰত বুঢ়াআতাই এইবুলি কৈছিল— "বাপুঘৰ, নহয় তোমোৰাতহে গুৰুজনে সৰ্ব্বশক্তি স্থাপন কৰি গাৰ বদল দি গৈছে;

এতেকে তোমোৰাহে আগ হব লাগে।” বদলা আতাই কুণ্ঠা বোধ কৰাত মথুৰাদাসে পুনৰ কৈছিল— “জানা বাপুঘৰ, গুৰুজনে আমাক সাত্তবাৰ আশীৰ্ব্বাদ দিলেও সেই আশীৰ্ব্বাদকেই আমি আকৌ তোমোৰাক দিয়া হ'ল; গতিকে তোমোৰাই আমাক আশীৰ্ব্বাদ দিয়া যাওক।(১০) সেয়েহে দুজনা গুৰুৰ লগতে এইজন সেৱক শ্ৰেষ্ঠ পুৰুষবো বৰপেটা কীৰ্ত্তনঘৰত এখন আসন প্ৰতিষ্ঠা কৰা আছে। উত্তৰৰ আসনখন জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ, মাজৰখন মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ আৰু দক্ষিণৰখন শ্ৰীশ্ৰীবদলা আতাৰ (পদ্ম আতাৰ)। এইখন আসনৰ ওপৰত অঙ্কিত দীঘল ঠাৰিবে পদ্ম ফুলৰ কলিটোৱে বদলা আতাৰ আসনখন স্পষ্টভাৱে চিহ্নিত কৰি ৰাখিছে। গতিকে কিছুমানে কলেও এই আসনখন শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতাৰ নহয় বুলি নিশ্চয়কৈ কব পাৰি।

বৰপেটা কীৰ্ত্তনঘৰৰ ভিতৰত থকা গুৰু আসন সম্বন্ধে আগৰ দিনৰ পৰা ভকত-সজ্জনৰ মুখে মুখে চলি অহা পৰম্পৰা অনুসৰি যদিও দেখাত গুৰুআসন তিনিখন, দৰাচলতে এখনহে। বৰপেটাত কীৰ্ত্তনঘৰ স্থাপিত হোৱা সময়ত মহাপুৰুষ শ্ৰীমাধৱদেৱে তিনিডাল খাগৰিৰ ঠেকেনাত ভাগৱত শাস্ত্ৰ থাপনা কৰি গুৰুআসনৰ সূচনা কৰিছিল। কালক্ৰমে এই আসনৰ ৰূপান্তৰ ঘটিবলৈ ধৰে আৰু বুঢ়াআতাৰ পিছত কোনোবা সত্ৰীয়াৰ দিনত বৰ্ত্তমানৰ ৰূপ পালেগৈ। মহাপুৰুষ দুজনা গুৰু অভিন্ন হৃদয় আছিল। গুৰুআসনৰ সমুখত শৰণ লওঁতে মহাপুৰুষীয়া সেৱকে প্ৰথমতে উচ্চাৰণ কৰে – “শ্ৰীশঙ্কৰদেৱ শ্ৰীমাধৱদেৱ এক বস্তু।” শ্ৰীশঙ্কৰগুৰুৱে শেষবাৰ পাটবাউসীৰ পৰা বেহাৰলৈ যাওঁতে শ্ৰীমাধৱদেৱৰ ওপৰত শক্তি-ভক্তি, বল-পৰাক্ৰম সকলোকে সমৰ্পণ কৰি ধৰ্ম ৰাজ্যৰ ভাৰ দিছিল। সেই আহিতে শ্ৰীমাধৱদেৱেও

(১০) অৰ্জুন চন্দ্ৰ দাস— 'মহাপুৰুষীয়া ধৰ্মৰ পৰুৱত্ন' পৃঃ ২৪১

বেহাৰত শ্ৰীপদ্ম আতাক লগ পাই তেওঁক অভেদ আত্মা জ্ঞান কৰি নিজৰ দেহৰ বদল দি উজনি খণ্ডৰ ধৰ্মৰাজাৰ ভাৰ অৰ্পণ কৰিছিল। গতিকে পাৰমাৰ্থিক দিশৰ পৰা বিচাৰ কৰিলে প্ৰকৃততে গুৰুআসন এখন বুলি কোৱাত সবল যুক্তি আছে।

বৰপেটা কীৰ্ত্তনঘৰৰ ভঁাজঘৰত থকা শ্ৰীকৃষ্ণৰ বিগ্ৰহ সম্পৰ্কেও নানা মুনিৰ নানা মত। এই শিলা বিগ্ৰহটিক কলীয়াঠাকুৰ আৰু শ্যামৰায়ও বোলে। ৰামানন্দ দ্বিজ কৃত গুৰুচৰিতৰ পৰা উদ্ধৃত "শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ"ত এই বিষয়ে এনেকৈ উল্লেখ আছে —

"এহি বুলি শিলাময় এগুটি প্ৰতিমা দিল
চন্দ্ৰতাপ একখান দিল।
আনো বস্তু-জাত দিয়া ভকত সবক লাগি
ৰাহু চাউলীয়াক পাঠাইল॥ ৬৪৭
কৈৰি বাহু তঞি যাই ভক্ত সকলক চাই
একো শঙ্কা মনে নকৰিব।
নাম-প্ৰসঙ্গক কৰি মহাসুখে সবে থাকি
মোক নিতে আশীৰ্ব্বাদ দিব॥"

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ ১৫৯৬ খৃঃত বেহাৰৰ মধুপুৰত বৈকুণ্ঠী হৈছিল। উক্ত চৰিতত আছে যে, মহাপুৰুষ মাধৱদেৱৰ প্ৰয়াণৰ পাছত বৰপেটাত তেৰাৰ তিথি-মহোৎসৱ পালন কৰা হৈছিল। সেই সময়ত বৰপেটা অঞ্চলৰ (অৰ্থাৎ পূব কোচৰাজ্যৰ) ৰজা আছিল ৰঘুদেৱ নাৰায়ণ (১৫৮১ – ১৬০৩ খৃঃ)। ৰজাৰ বৰুৱা আছিল বাহু চাউলীয়া। ৰঘুদেৱে বৰপেটা থানত নতুনকৈ কীৰ্ত্তনঘৰ সজাই দিছিল আৰু বাহু চাউলীয়াৰ হতুৱাই এটি শিলৰ কলীয়া ঠাকুৰৰ বিগ্ৰহ, এখন চন্দ্ৰতাপ আৰু ভকতসবৰ কাৰণে বহুতো ধন বস্তু দি ভকত সকলক অভয় প্ৰদান কৰা কথা উক্ত চৰিত পুথিত সুস্পষ্ট। গতিকে মাধৱদেৱৰ বৰপেটাত অৱস্থান কালত এই

বিগ্ৰহ বৰপেটালৈ অহা নাছিল। থানৰ কিছুমান ভকত-সজ্জনে মথুৰাদাস বুঢ়াআতা বৈকুণ্ঠী হোৱাৰ ( ১৬৭১ চন ) কিছুদিন আগতে বিগ্ৰহটি সত্ৰলৈ অনা হৈছিল বুলি মত পোষণ কৰে। আন কিছুমানে বুঢ়াআতাৰ পাছতহে কোনোবা সত্ৰাধিকাৰৰ দিনত বিগ্ৰহ প্ৰতিষ্ঠা হৈছিল বুলি কয়। শ্ৰীমাধৱদেৱৰ প্ৰয়াণৰ পাছত শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতা সুদীৰ্ঘ ৪৪ বছৰ ধৰি বৰপেটাত সত্ৰাধিকাৰ আছিল। গতিকে চৰিতৰ কথামতে ১৫৯৬ খৃঃত মাধৱদেৱৰ প্ৰয়াণৰ পাছতে আৰু মথুৰাদাস বুঢ়াআতাৰ কাৰ্য্যকালৰ প্ৰথম ভাগতে শ্যামৰায় বিগ্ৰহ প্ৰতিষ্ঠা হৈছিল বুলি নিশ্চিত হব পাৰি।

## শ্ৰীশ্ৰীগোপালদেৱ আতা

### ( জন্ম ১৫৪১ খৃঃ — প্ৰয়াণ ১৬১১ খৃঃ )

গোপাল আতাৰ জন্ম হৈছিল নাজিৰাৰ ওচৰৰ খোখোৰা গ্ৰামৰ নাচনীঘাট নামে ঠাইত। পিতৃৰ নাম কামেশ্বৰ ভূঞা আৰু মাকৰ নাম বজ্ৰাঙ্গী আছিল। কোচৰজা নৰনাৰায়ণে ১৪৮৪-৮৫ শকত আহোম ৰাজ্য আক্ৰমণ কৰিছিল আৰু চাৰিং ৰজাৰ লগত সন্ধি কৰি উভটি আহোঁতে লগত বহুজন তাঁতী আৰু অইন শিল্পী আনি বৰপেটাৰ উত্তৰে বৰনগৰ, নৱনগৰ, কালজাৰ আৰু ভৱানীপুৰ নামে চাৰিখন নগৰ পাতিছিল। সেই সময়তে গোপালদেৱ মাকৰ সৈতে আহি ভৱানীপুৰত বসতি কৰিছিল। ইয়াতে নাৰায়ণদাস ঠাকুৰ আতাৰ লগত গোপালৰ পৰিচয় হৈছিল আৰু তেওঁৰ পৰামৰ্শ

অনুসৰি গোপালে শ্ৰীমাধৱদেৱৰ পাশত শৰণ লৈছিল। তেওঁক দেখি অন্য তাঁতীসকলেও চৈতন্য পন্থা এৰি মহাপুৰুষীয়া ধৰ্মত শৰণ লৈছিল। মাধৱদেৱে গোপাল আতাৰ কথা-স্বভাৱত পৰম সন্তোষ পাই "কথাৰ সাগৰ" নাম দিছিল। ৰামানন্দ দ্বিজৰ "মহাপুৰুষ শ্ৰীশ্ৰীগোপাল দেৱৰ চৰিত্ৰ"ত আছে, গোপাল আতাৰ মাকৰ পিতৃ শঙ্কৰ বৰপেটাত বাস কৰিছিল। গোপালে আতাকৰ লগত পাটবাউসীত গৈ শঙ্কৰদেৱক দৰ্শণ কৰিছিল। তেতিয়া তেওঁ শঙ্কৰদেৱত শৰণ লোৱা নাছিল যদিও শঙ্কৰদেৱৰ গুণ-গৰিমাত মুগ্ধ হৈ ভবানীপুৰত শঙ্কৰদেৱৰ নামত কীৰ্ত্তনঘৰ নিৰ্মাণ কৰি নাম-প্ৰসঙ্গ কৰিছিল আৰু "মহাজন" উপাধি পাইছিল। পূৰ্ণানন্দ দ্বিজ ৰচিত গোপালদেৱৰ চৰিত্ৰত আছে যে, ভৱানীপুৰ সত্ৰত তাঁতীসকলৰ বৰুৱা অমৃতকৰ, মধুকৰ, ৰশ্মিকৰ, পুষ্কৰ আদি ভক্তসকলৰ মৃত্যুত দুখ পাই গোপালে ভৱানীপুৰ পৰিত্যাগ কৰিছিল আৰু সেই নগৰৰ পৰা অলপ দূৰত পশ্চিমে পোৰোলা (এতিয়া পল্লা বুলি কয়) নদীৰ পাৰত কালজাৰ সত্ৰ স্থাপন কৰিছিল। পূৰ্বতে তাত মাধৱদেৱ স্থাপিত সত্ৰ আছিল। কালজাৰত তিনি শ তিনি কুৰি দেৰজন ভকত আছিল। তেওঁলোকৰ ভিতৰত জয়কৃষ্ণ আৰু কামদেৱ বৰুৱা প্ৰখ্যাত আছিল।

গোপালদেৱে ভৱানীপুৰ, কালজাৰ, জোৱাৰদি, পৰাভাৰাল আদি ঠাইত মহাপুৰুষীয়া ধৰ্মৰ থান-সত্ৰ স্থাপন কৰাৰ উপৰিও বাৰজন ধৰ্মাচাৰ্য্য নিযুক্ত কৰি উজনি অসমত শঙ্কৰী ধৰ্ম প্ৰচাৰ কৰিছিল। তেওঁলোক আছিল ৰামচৰণ (ব্ৰাহ্মণ), শ্ৰীৰাম, বৰ যদুমণি, সৰু যদুমণি, পুৰুষোত্তম, সনাতন, মুৰাৰি, অনিৰুদ্ধ, নাৰায়ণ, পৰমানন্দ (মতান্তৰে দলৈৰ পো সনাতন), ৰামচৰণ আৰু পূৰ্ণানন্দ। গোপাল আতাৰ নাতি (কমললোচনৰ পুত্ৰ) যাদৱানন্দ, মাধৱানন্দ, দৈৱকীনন্দ, ৰূপানন্দ আৰু ৰমানন্দইও উজনিত সত্ৰ স্থাপন কৰি ধৰ্ম প্ৰচাৰ

কৰিছিল। কালজাৰ সত্ৰৰ অধিকাৰ শ্ৰীৰামদেৱ মিশ্ৰৰ নাতি নৰনাথ মিশ্ৰ অধিকাৰীয়ে আম্ৰকন্দল লগাত কালজাৰৰ পৰা তিনি কুৰি ভকত লগত লৈ গৈ উত্তৰ বজালীত কালজিৰাপাৰা সত্ৰ পাতিছিল।

সত্তৰ বছৰ বয়সত শ্ৰীশ্ৰীগোপালদেৱ আতা কালজাৰত পৰলোক গমণ কৰিছিল।

১৮৯৭ চনৰ বৰ ভূমিকম্পত গোপালদেৱৰ আদি সত্ৰ ভৱানীপুৰ ধ্বংস হোৱাত তাৰ ওচৰতে দক্ষিণে ভৱানীপুৰ নাম দি নতুনকৈ এখন গাওঁ স্থাপন কৰা হয়। আগৰ সত্ৰ থকা ভৱানীপুৰ গাওঁখনক আজিকালি 'পুৰণ ভৱানীপুৰ' বোলে। ১৯৬৪ চনত অসম চৰকাৰ আৰু ভকত ৰাইজৰ সহায়-সহযোগত পুৰণ ভৱানীপুৰৰ সত্ৰখনি নতুনকৈ নিৰ্মিত হৈছে। এইখিনিতে এটা কথা উল্লেখযোগ্য যে, 'ভৱানীপুৰ' নামটো পুৰণি কালৰ পৰা এতিয়াও স্থানীয় লোকৰ মুখে মুখে 'ভনীপুৰ' ৰূপে উচ্চাৰিত হৈ আহিছে।

## শ্ৰীশ্ৰীপুৰুষোত্তম ঠাকুৰ
### (খ্ৰীঃ ১৫৬২—১৬২০)

১৪৮৩ শকৰ ফাগুন মাহৰ ৭ তাৰিখে পাটবাউসীত শঙ্কৰদেৱৰ পুত্ৰ ৰামানন্দৰ পুৰুষোত্তম নামে এজন পুত্ৰ সন্তানৰ জন্ম হৈছিল। তেওঁৰ মাকৰ নাম সুমতি (সিন্ধুমতী) আছিল। সৰুকালতে পিতাক ৰামানন্দ ঢুকালত মাধৱদেৱে পুৰুষোত্তমক ভাগৱত আদি শাস্ত্ৰ পঢ়ুৱাই পাৰ্গত কৰি তুলিছিল। মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰ পুৰুষোত্তমৰ সহপাঠী আছিল। বিদ্যানন্দ ওজা কৃত 'ঠাকুৰ

চৰিত্ত'ত আছে যে, মাধৱদেৱে পুৰুষোত্তমক সাক্ষাৎ শঙ্কৰদেৱ যেন দেখিছিল। নাৰায়ণদাস ঠাকুৰ আতাই পুৰুষোত্তমৰ ওচৰত বহি শঙ্কৰদেৱৰ কথা চুৰিষ মনে কৈছিল।

মাধৱদেৱ পাটবাউসী/গণককুছি এৰি সুন্দৰীলৈ অহাৰ পাছত গুৰু-পত্নী কালিন্দী আই সুখ-শান্তিত থাকিব নোৱাৰা হ'ল। শঙ্কৰদেৱৰ জ্ঞাতি-কুটুম্বই পৰিয়ালটোক কথায় কথায় হিংসা কৰিব ধৰিলে। মাধৱদেৱে সুন্দৰীদিয়াৰ পৰা ভকত শিষ্য পঠাই আই গোসানীৰ পৰিয়ালৰ তত্বাবধান লৈ আছিল। বেহাৰত মাধৱদেৱৰ প্ৰয়াণৰ পাছত ( ১৫১৮ শক ) তেওঁলোকৰ অৱস্থা সঙ্কটজনক হৈ উঠাত মাধৱদেৱৰ ভগিনী উৰ্ব্বশীয়ে মাধৱ মৰলৰ দিহা পৰামৰ্শ মতে ৰামচৰণক পাটবাউসীলৈ পঠাই গুৰুপত্নীক পৰিয়াল সহ সুন্দৰীদিয়ালৈ লৈ যায়। পাটবাউসীৰ পৰা আহোঁতে গুৰুপত্নীয়ে লগত ছয় ঘৰ বিশিষ্ট সন্ত-সঙ্গী পৰিয়াল আনিছিল। তেওঁলোকৰ লগত সৰ্বদায় ঘোষা-পদ-গীত-বচন চৰ্চা কৰি পৰমানন্দ সুখত মজি আছিল। মাধৱ মৰলৰ বংশৰ লোকে আই গোসানীৰ ভিঠিত কীৰ্ত্তনঘৰ সাজি দিছে। সেই সময়ত পূব কোচ ৰাজ্যৰ ৰজা ৰঘুদেৱ নাৰায়ণৰ মহাপুৰুষীয়া বৈষ্ণৱ সকলৰ ওপৰত অত্যাচাৰ চলি থকাৰ কাৰণে গুৰুনাতি পুৰুষোত্তম ঠাকুৰে জনিয়াত গৈ আত্মগোপন কৰি আছিল। এবছৰমান পাছত পুৰুষোত্তম নিজে ব্যক্ত হয় বুলি বিদ্যানন্দ ওজাৰ ঠাকুৰ-চৰিতত লিখা আছে। মাধৱদেৱৰ প্ৰয়াণৰ বাতৰি পাই পুৰুষোত্তমে সুন্দৰীদিয়ালৈ আহি আকৌ জনিয়ালৈ উভটি গৈছিল আৰু সেই ঠাইত সত্ৰ স্থাপন কৰি শঙ্কৰী ধৰ্ম প্ৰচাৰত আত্মনিয়োগ কৰিছিল। তেওঁ বাৰজন মহন্ত নিয়োগ কৰি ধৰ্ম প্ৰচাৰাৰ্থে উজনি অসমলৈ পঠাই দিছিল। তেওঁলোকক বৰ বাৰজনীয়া বোলে। তেওঁলোক আছিল— কেশৱচৰণ, গোপীনাথ বা গোবিন্দ, বাসুদেৱ, জয়কানাই, পৰমানন্দ ভাগৱতী, পৰশুৰাম,

শ্ৰীকৃষ্ণ বা বাপুকৃষ্ণ, হৰিচৰণ, কমললোচন (কাঠপাৰ সত্ৰ), মুৰাৰি, কৃষ্ণচৰণ আৰু কমললোচন (ঠকৰিয়াল সত্ৰ)। প্ৰথম ছজন আচাৰ্য্য ব্ৰাহ্মণ আছিল। গুৰু-চৰিতকাৰ ভূষণ দ্বিজ পুৰুষোত্তম ঠাকুৰৰ শিষ্য আছিল। পুৰুষোত্তম ঠাকুৰৰ গুণ-যশ উজনি-নামনিত বিয়পি পৰিছিল। ব্ৰাহ্মণ সম্প্ৰদায়ৰ এচাম লোকে গুৰুজনাৰ প্ৰয়াণৰ পাছতো তেৰাৰ প্ৰচাৰিত সুনিৰ্ম্মল ভাগৱতী ধৰ্মৰ বিৰুদ্ধে সক্ৰিয় হৈ উঠিছিল। হৰিনাৰায়ণ দ্বিজ কৃত "ঠাকুৰ চৰিত"ত আছে যে, পুৰুষোত্তমৰ লগত ধৰ্ম বিষয়ে বাদানুবাদ কৰিবলৈ বলদ গৰুৰ গাড়ীত শাস্ত্ৰ বোজাই কৰি নদীয়াৰ পৰা বিপ্ৰ লোক আহিছিল। পুৰুষোত্তমে ছদ্মবেশ ধৰি ভৃত্যৰ ভাও জুৰি বিপ্ৰ সকলৰ লগত সেতিয়া ধৰ্ম-কথাৰ পাতনি মেলে, তেতিয়া বিপ্ৰগণে উত্তৰ দিব নোৱাৰি আচৰিত হ'ল যে, য'ত এজন সাধাৰণ ভৃত্য ইমানখিনি শাস্ত্ৰজ্ঞানৰ অধিকাৰী, তাত আকৌ সিহঁতৰ গুৰুজন কেনেকুৱা বিদগ্ধ পণ্ডিত হব পাৰে! এই বুলি বিপ্ৰগণে বাদ এৰি গুচি যায়। কামৰূপৰ বিপ্ৰসকলেও বাদ কৰিব'ল সাহস নকৰি ঠাকুৰৰ ওচৰত শৰণ লয়। এবাৰ পুৰুষোত্তমে ব্যাধি দেখুৱাবলৈ বৰনগৰলৈ ৰাজ বৈদ্য সত্ৰাজিতৰ ওচৰ'ল গৈছিল। ইয়াতে কোচ ৰজা পৰীক্ষিত নাৰায়ণৰ পাৰিষদবৰ্গই শঙ্কৰদেৱক গুৰু মানি পুৰুষোত্তমৰ ওচৰত শৰণ লৈছিল। পুৰুষোত্তমে কৃষ্ণবল্লভ নামে চৈতন্য পন্থী এজনক দীক্ষা দি বৰনগৰ অঞ্চলৰ লোকক শৰণ দিবলৈ নিযুক্ত কৰিছিল। কৃষ্ণবল্লভৰ পাছত শাৰঙ্গপাণি ধৰ্মগুৰু হৈছিল। এই কালচোৱাত ঠাকুৰে ধৰ্ম প্ৰচাৰৰ কামত কেবাবাৰো বৰনগৰৰ পৰা জনিয়া আৰু বাউসীলৈ যাতায়াত কৰিছিল। শ্ৰীমাধৱদেৱৰ বেহাৰ গমনৰ পাছত এদিনাখন কালজাৰৰ পৰা গোপালআতাই পুৰুষোত্তম ঠাকুৰক দেখা কৰিবলৈ যাওঁতে ঠাকুৰে খং কৰি দেখা নিদিলে; কাৰণ আতাই শঙ্কৰদেৱক গুৰু নুবুলি মাধৱকহে নিজ

গুৰু বুলি প্ৰচাৰ কৰিছিল। এই কাৰণতে বৰপেটাৰ মথুৰাদাসৰ লগতো ঠাকুৰৰ মনোমালিন্য হৈছিল।

জনিয়াত ছয় বছৰমান থকাৰ পাছত পুৰুষোত্তম ঠাকুৰ কোচবেহাৰ· ৰাজ্যলৈ যায় আৰু টোৰোচা নদীয়ে খহাই নিয়া আগৰ ভেলাডোৱা থানৰ বালি-চাপৰিত পুনৰ ভেলা সত্ৰ প্ৰতিষ্ঠা কৰিছিল। ভেলাত আঢ়ৈ বছৰ থাকি বৰঠাকুৰ পুৰুষোত্তম ১৫৩৮ মতান্তৰে ১৫৪১ শকৰ পুহৰ কৃষ্ণা চতুৰ্থীত বৈকুণ্ঠ প্ৰয়াণ কৰে। তেওঁৰ ভাৰ্য্যা ৰুক্মিণী আয়ে কোচৰজা বজ্ৰনাৰায়ণৰ আচৰণত দুখ পাই জনিযা সত্ৰলৈ ফিৰি আহিছিল। দৈত্যাৰি ঠাকুৰ প্ৰমুখ্যে ভকত সকলে জনিয়ালৈ গৈ ঠাকুৰ-পত্নীৰ খা-খবৰ লৈ আছিল। চতুৰ্ভুজ ঠাকুৰৰ বিধবা ভাৰ্য্যাইও বিষ্ণুপুৰৰ পৰা জনিয়ালৈ আহি কিছুকাল থাকিছিল।

পুৰুষোত্তম ঠাকুৰ অপুত্ৰক আছিল। মাকে ঠাকুৰলৈ তিনিজনা কন্যা বিবাহ কৰাই আনিছিল; কিন্তু তেওঁলোকৰ পুত্ৰ সন্তান নহল—কন্যাহে হ'ল। তেওঁৰ কন্যাৰ ফালৰ সন্তানসকলে শঙ্কৰী ধৰ্ম গ্ৰহণ কৰি বহুত থান-সত্ৰ স্থাপন কৰি শঙ্কৰী ধৰ্ম প্ৰচাৰ কৰিছিল। ভৱানীপুৰৰ ওচৰৰ কুৰোবাহা গাওঁত তেনেকুৱা এখন সত্ৰ আছে।

## শ্ৰীশ্ৰীচতুৰ্ভুজ ঠাকুৰ

### (ইং ১৫৯৫—১৬৪৮ চন)

১৫১৭ শকত পাটবাউসীত শ্ৰীমন্ত শঙ্কৰদেৱৰ পুত্ৰ হৰিচৰণৰ চতুৰ্ভুজ নামে এজন পুত্ৰ সন্তানৰ জন্ম হৈছিল। তেওঁৰ মাক কান্তিদেৱী ৰামচৰণ ঠাকুৰৰ ভগিনী আছিল। শঙ্কৰদেৱৰ প্ৰয়াণৰ

কিছু কাল পাছত গুৰু-পত্নী কালিন্দী আই পাটবাউসীত নানান আলৈ-আহুকালৰ সমুখীন হোৱাত নাতি ঠাকুৰ দুজন আৰু বোৱাৰী সকলৰ সৈতে সুন্দৰীদিয়ালৈ গমন কৰে। সুন্দৰীদিয়াত শিক্ষা-দীক্ষা লাভ কৰি ডাঙৰ-দীঘল হলত, চতুৰ্ভুজ ঠাকুৰে সুন্দৰীদিয়া পৰিত্যাগ কৰে; কাৰণ তেওঁ সেই ঠাইত বহু জঞ্জাল পোৱা বুলি কৈছিল আৰু বৰুৱা আতৈক এডোখৰ ভাল ঠাই বিচাৰিব কৈছিল। তেতিয়া কমললোচন নামৰ ভকত এজনে ঘৰসীয়া নামৰ এখন "অনুপাম থানৰ" কথা কয়। চতুৰ্ভুজে এদিনাখন ৰাতি অভি মাজীক মাতি ঘৰসীয়া থানত থকা মাজীৰ ঘৰলৈ গৈছিল; কিন্তু কিছুদিন তাত থকাৰ পাছত মাজীৰ পুত্ৰ এজনৰ ব্যৱহাৰত অসন্তুষ্ট হৈ ঘৰসীয়া পৰিত্যাগ কৰিছিল আৰু গোৱালপাৰা জিলাৰ তামৰাঙা বিলৰ মাজত থকা চাপৰিত বিষ্ণুপুৰ নাম দি এখন থান প্ৰতিষ্ঠা কৰিছিল। চতুৰ্ভুজে বিষ্ণুপুৰৰ পৰা বৰনগৰ, ৰূপসী আদি ঠাইলৈ সঘনাই অহা-যোৱা কৰিছিল আৰু অসংখ্য লোকক শঙ্কৰী নাম ধৰ্মত শৰণ কৰাইছিল। কোচ ৰজা ৰঘুদেৱ নাৰায়ণে বৰনগৰত ৰাজধানী পাতি থকা সময়ত ঠাকুৰে ঘিলাঝাৰত ঘিলা সত্ৰ প্ৰতিষ্ঠা কৰিছিল। ১৯১০ চনত এই সত্ৰখন বহালৈ স্থানান্তৰিত হৈছিল। ঠাকুৰৰ হস্তাক্ষৰযুক্ত "গুণমালা" পুথিখন সেই ঠাইত সংৰক্ষিত হৈ আছে। বৰনগৰৰ ধৰ্মাধিকাৰ কৃষ্ণবল্লভ আতৈৰ প্ৰয়াণৰ কথা শুনি চতুৰ্ভুজে শাৰঙ্গপাণিক বৰনগৰ অঞ্চলৰ ধৰ্মাধিকাৰ পাতে আৰু শিষ্য বিদ্যানন্দক পাঠক নিযুক্ত কৰে। এইজন বিদ্যানন্দই ঠাকুৰ ভাতৃদ্বয়ৰ চৰিত ৰচনা কৰিছিল। বিষ্ণুপুৰত থকা সময়ত বাৰজন সন্ত পুৰুষ গৈ তেওঁৰ ওচৰত ধৰ্মক ধৰিছিলি। চতুৰ্ভুজে তেওঁলোকক ধৰ্মাচাৰ্য্য নিয়োগ কৰি উজনিলৈ ধৰ্ম প্ৰচাৰাৰ্থে পঠিয়াইছিল। তেওঁলোকক "সক বাৰজনীয়া" বোলে। তেওঁলোক আছিল— কামদেৱ, জয়কৃষ্ণ, জয়কানাই, গোপীনাথ, মুকুন্দ, ৰত্নাকৰ,

গোবিন্দ, কানু, সনাতন, ৰামভদ্র, বিষ্ণুদেৱ আৰু কানাই। শেহৰ তিনিজন আচাৰ্য্য ব্ৰাহ্মণ আছিল।

বিষ্ণুপুৰ থানত মুৰাৰি কোচ নামৰ ভকত এজনৰ মুখে চতুৰ্ভুজে যেতিয়া শুনিলে যে, বৰপেটাৰ ভকতে মাধৱদেৱকহে গুৰু বোলে, তেতিয়া ঠাকুৰ ক্ৰোধান্বিত হয়। মথুৰাদাসৰ লগত তেওঁৰ মনোবিবাদ আৰম্ভ হয়। মথুৰাদাসে বৰ মানাহ নদী পাৰ হৈ বিষ্ণুপুৰক নাযাও বুলি প্ৰতিজ্ঞা কৰিলে। ঠাকুৰেও মথুৰাদাসৰ মুখ নাচাও বুলি ক'লে। মথুৰাদাসৰ প্ৰয়াণৰ পাছত বৰপেটা সত্ৰত গোবৰ্দ্ধন আতৈ সত্ৰাধিকাৰ আছিল। তেওঁৰ পাছত বহুদিনলৈ সত্ৰত কোনো অধিকাৰ নথকাৰ বাবে সত্ৰৰ কাম-কাজত বেমেজালি দেখা দিয়াত পাটবাউসী থানৰ গোপালদেৱ মিশ্ৰই বিষ্ণুপুৰৰ পৰা চতুৰ্ভুজ ঠাকুৰক মাতি আনি সমূহ ভকতৰ এখন সভা আহ্বান কৰে। সেই সভাত গোপাল দেৱ মিশ্ৰ বৰপেটাৰ সত্ৰাধিকাৰ মনোনীত হয়। মাধৱ গুৰুৰ প্ৰয়াণৰ পাছত চতুৰ্ভুজ ঠাকুৰ বৰপেটালৈ আহি তেৰাৰ তিথি মহোৎসৱত যোগদান কৰিছিল। মাধৱদেৱৰ গুৰু-পদ লৈ যি বিতৰ্কৰ সৃষ্টি হৈছিল, তাৰ সমিধান চতুৰ্ভুজ ঠাকুৰে এই বুলি দিছিল—

"যিটোজনে গুৰু বোলে মহাপুৰুষক।
কৰাইবো শৰণ আমি সিসব লোকক॥
মাধৱ বোলাইক গুৰু যিসৱে বোলয়।
কৰাইবা শৰণ তোবা বুলিলো নিশ্চয়॥"

(বিদ্যানন্দ ওজা কৃত ঠাকুৰ চৰিত)

পুৰুষোত্তমৰ নিচিনাকৈ চতুৰ্ভুজ ঠাকুৰৰো তিনি গৰাকী ভাৰ্য্যা আছিল। তেওঁৰ একমাত্ৰ পুত্ৰ দৈৱকীনন্দন পাঁচ বছৰ বয়সতে ঢুকায়। সেই কাৰণে ভাগিন দামোদৰক তোলনীয়া কৰি ৰাখিছিল।

তেওঁৰ জীয়েক হুঁজনীৰ কালৰ পৰা হোৱা বংশধৰ সকলেও উজনিত থান-সত্ৰ স্থাপন কৰিছিল। ঠাকুৰৰ ভাৰ্য্যা কনকলতা আইয়ে হাবিতলীৰ পৰা বৰদোৱা থান পুনৰ উদ্ধাৰ কৰি শঙ্কৰী ধৰ্ম প্ৰচাৰত বিশিষ্ট অৱদান যোগাইছিল। চতুৰ্ভুজ ঠাকুৰে পুৰী আদি তীৰ্থলৈ গৈছিল। তাৰ পৰা ঘূৰি আহি ঠাকুৰে ৰূপসী, আমগুৰি, বিজয়পুৰ আদি ঠাইত ধৰ্ম প্ৰচাৰ কৰিছিল।

১৫৭০ শকত চতুৰ্ভুজ ঠাকুৰ স্বৰ্গী হয়।

---

# চতুর্থ অধ্যায়

## আহোম ৰাজস্ব

১৬৮২ খৃষ্টাব্দত স্বৰ্গদেউ গদাধৰ সিংহৰ দিনৰ পৰা বৰপেটাত আহোম ৰাজত্ব সুপ্ৰতিষ্ঠিত হৈছিল। আহোমে কামৰূপ নিজ অধীনলৈ নি ভূমি-ৰাজহ সংক্ৰান্তত মোগলৰ পৰগণাবন্দী ব্যৱস্থা বাহাল ৰাখিছিল আৰু আহোমৰ শাসন-ব্যৱস্থামতে নতুনকৈ পাইক প্ৰথা প্ৰৱৰ্ত্তন কৰিছিল। পাইক অথবা খেল পদ্ধতি সম্পৰ্কে বিভিন্ন বুৰঞ্জী পুথিত বিস্তাৰিত ভাৱে লিখা আছে। বিশদ বিৱৰণৰ অলপ তাৰতম্য থাকিলেও মূল বিষয় বস্তু একে। ৰাজ্যৰ ৰাজহ ম'টিৰ উৎপাদন আৰু ব্যক্তিগত শ্ৰমৰ যোগেদি আদায় কৰা হৈছিল। মাটি আৰু প্ৰজা ৰাজ্যিক সম্পত্তি আছিল। কোঁৱৰ, ডাঙৰীয়া, পুৰোহিত আৰু ওপৰ শ্ৰেণীৰ লোক (যেনে কায়স্থ, কলিতা) আৰু তেওঁলোকৰ চাকৰক এৰি দেশৰ সমস্ত প্ৰজাই ৰজাঘৰত খাটি দিব লাগিছিল। এইসকল প্ৰজাকে পাইক বুলিছিল। প্ৰতিজন পাইকে (প্ৰাপ্তবয়স্ক যুৱক) বছৰত ৩ বা ৪ মাহ ৰজাৰ কামত খাটিব লাগিছিল। ইয়াৰ বাবে পাইকজনে বিনা কৰে দুপুৰা ৰূপিত মাটি পাইছিল। এই মাটিক গাৱমাটি বুলিছিল। ৰজাঘৰত খাটিব নেলাগিলে দুটকাকৈ ৰূপ কৰ হিচাপে দিব লাগিছিল। বাৰী-বস্তি মাটিৰ বাবে কৰ দিব নালাগিছিল। এনেকুৱা বাৰী-বস্তিৰ মাটিত পাইকৰ মালিকানা স্বত্ব নিৰ্বৰ্ত্তিছিল অৰ্থাৎ তেওঁ সেই মাটি উত্তৰাধিকাৰী সূত্ৰে ভোগ-দখল কৰিব পাৰিছিল আৰু হস্তান্তৰ কৰিবও পাৰিছিল। গাৱমাটিৰ বাহিৰে খেতিৰ মাটিত এক পুৰাত পৰগণা বুজি এক অনাৰ

পৰা ( এতিয়াৰ ৬ পইচা ) তিনি অনাকৈ ( এতিয়াৰ ১৯ পইচা ) খাজনা দিব লাগিছিল। হাবি ভাঙি আবাদ কৰিলে তাৰ বাবে কৰ দিব নালাগিছিল। উচ্চ "ভাল মানুহ" শ্ৰেণীৰ প্ৰজাৰ বাবে কৰ-কাটল নাছিল।

৩ বা ৪ জন পাইক লগ হৈ এটা গোট হৈছিল। গোটৰ এজন পাইক যেতিয়া ৰজাৰ কামত ঘৰ এৰি যায়, তেতিয়া গোটৰ বাকী কেইজনে নিজৰ নিজৰ মাটিৰ উপৰিও অনুপস্থিত জনৰো মাটিত খেতি কৰি দিছিল। পাইক সকলক কিছুমান খেলত বিভক্ত কৰা হৈছিল। তেনেকুৱা প্ৰতিটো খেলত তিনি হাজাৰৰ পৰা ছয় হাজাৰলৈ পাইক আছিল। সকলো পাইকক ভাগ ভাগকৈ পতা হৈছিল। ২০ গোটৰ ওপৰত এজন বৰা, ১০০ জন পাইকৰ ওপৰত এজন শইকীয়া, ১০০০ জনৰ ওপৰত এজন হাজৰিকা, ৩০০০ত এজন ৰাজখোৱা আৰু ৬০০০ত এজন ফুকন আছিল। মন্দিৰ, সত্ৰ, ব্ৰাহ্মণ আদিক বেলেগ বেলেগ খেল আৰু বিষয়াৰ অধীনৰ পৰা আনি পাইক দিয়া হৈছিল। উচ্চ বংশ অথবা উচ্চ জাতিৰ লোকক দৈহিক পৰিশ্ৰমৰ পৰা ৰেহাই দিয়া হৈছিল। তাৰ বিনিময়ত তেওঁলোকে নগদ টকাৰে কৰ দিব লাগিছিল। তেওঁলোকক চমুৱা বোলা হৈছিল। পাইক দুই শ্ৰেণীৰ আছিল। সৰহ সংখ্যক লোক কাঁড়ী-পাইক আছিল। কাঁড়ী পাইকে যুদ্ধৰ সময়ত ৰজাৰ কাৰণে যুদ্ধ কৰিছিল আৰু শান্তিৰ সময়ত বাট-পথ, দলং আদি নিৰ্মাণ আৰু মেৰামতি কৰিছিল। আন শ্ৰেণীৰ পাইকে সোণাৰী, কমাৰ, কঁহাৰ, তাঁতী আদি স্বৰূপে বিভিন্ন শিল্পৰ কাম কৰিছিল। এইসকল পাইকে তেওঁলোকৰ দ্বাৰা উৎপাদিত বস্তুৰ সলনি গামাটি লাভ কৰিছিল।

১৮২৬ খ্ৰীষ্টাব্দত অসম ইংৰাজৰ অধীনলৈ যোৱালৈকে বৰপেটাত আহোম স্বৰ্গদেউসকলৰ ৰাজত্ব কাল উল্লেখ কৰা হ'ল:—

| | | |
|---|---|---|
| গদাধৰ সিংহ | ... | ১৬৮২—১৬৯৬ |
| রুদ্র সিংহ | ... | ১৬৯৬—১৭১৪ |
| শিৱ সিংহ | ... | ১৭১৪—১৭৪৪ |
| প্রমত্ত সিংহ | ... | ১৭৪৪—১৭৫১ |
| ৰাজেশ্বৰ সিংহ | ... | ১৭৫১—১৭৬৯ |
| লক্ষ্মী সিংহ | ... | ১৭৬৯—১৭৮০ |
| গৌৰী নাথ সিংহ | ... | ১৭৮০—১৭৯৪ |
| কমলেশ্বৰ সিংহ | ... | ১৭৯৫—১৮১০ |
| চন্দ্রকান্ত সিংহ | ... | ১৮১০—১৮১৮ |
| পুৰন্দৰ সিংহ<br>চন্দ্রকান্ত সিংহ<br>যোগেশ্বৰ সিংহ | ... | ১৮১৮—১৮২০ (মানৰ আক্রমণ) |
| মানৰ ৰাজত্ব | ... | ১৮২১, ফেব্রুৱাৰীৰ পৰা ১৮২৪, মাৰ্চ্চ লৈ |

এই ৰজাসকলৰ ভিতৰত শিৱসিংহ, ৰাজেশ্বৰ সিংহ, লক্ষ্মী সিংহ, গৌৰীনাথ সিংহ আৰু চন্দ্রকান্ত সিংহই বৰপেটা অঞ্চলৰ সত্র-দেৱালয়বিলাকক ভূমি দান কৰি এই সম্পৰ্কীয় বিশদ বিবৰণ তামৰ ফলিত লিপিবদ্ধ কৰিছিল। এই ফলিবোৰত ৰাজ-শাসনৰ বিজ্ঞানভিত্তিক তথ্যপাতি আছে; যেনে ভূমি-ৰাজস্ব শাসন, কৰ নিৰূপণ আৰু আদায় ব্যৱস্থা, ধৰ্ম্মসংক্রান্ত নীতি-বিচাৰ, ন্যায় বিচাৰ ইত্যাদি। অনেক সৎসঙ্গী সত্রৰ হকে তেনে অনুষ্ঠানৰ মেধীসকলক মাটি-বৃত্তি দান কৰি, নামঘৰ/কীৰ্ত্তনঘৰ সাজি, শ্ৰৱণ কীৰ্ত্তন ধৰ্ম আচৰি তেল-বন্তি জ্বলাই থাকিবলৈ দিয়া হৈছিল। আহোম ৰজাসকলে দিয়া তামৰ ফলিত ৰজাৰ গুণ-প্ৰশংসা উল্লেখ কৰা আছে আৰু ভূমি-বৃত্তি গ্ৰহীতা জনক শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম আচৰি দাতা ৰজাজনৰ মঙ্গল-কুশল চিন্তিব দিয়া হৈছে।

সেই ফলিত মাটিৰ গুণ-অৱস্থান অনুসৰি ভাগ কৰা মাটিৰ শ্ৰেণী উল্লেখিত আছে; যেনে, ফৰিঙ্গতি, বৰিমাটি, কঠিয়াতলী, ৰোৱাতী, বেঙ্গেনাতলি, ওবাৰ হাবি মাটি, বাওতলি, ৰূপিত, দলনি, লাল মাটি ইত্যাদি। শিৱসিংহ ৰজাৰ আজ্ঞামতে কামৰূপ জিলাত মাটি পিয়ল কৰা হৈছিল আৰু মাটিৰ শ্ৰেণী বিভাগ কৰি পেৰাকাকত ৰখা নিয়ম কৰিছিল। তেওঁৰ পাছৰজন ৰজা প্ৰমত্তসিংহৰ দিনত কামৰূপত লোক পিয়ল কৰা হৈছিল।

সাধাৰণতে থান-সত্ৰসমূহক ধৰ্মোত্তৰ হিচাপে মাটি-বৃত্তি দান কৰা হৈছিল। কেতিয়াবা সত্ৰৰ বিগ্ৰহৰ নামতো মাটি দান কৰিছিল আৰু তেনেকুৱা মাটিক দেৱোত্তৰ বোলা হৈছিল। ইয়াৰ উপৰিও ব্ৰাহ্মণ সজ্জনক কৰ বিহীন ভূমি দান কৰা হৈছিল আৰু তেনেকুৱা মাটিক ব্ৰহ্মোত্তৰ বোলা হৈছিল। ড' মহেশ্বৰ নেওগ সম্পাদিত "প্ৰাচ্য শাসনাৱলী"ৰ পৰা আহোম ৰজাসকলে বৰপেটা অঞ্চলত ভূমি দান কৰোঁতে দিয়া তামৰ ফলিৰ বিৱৰণ তলত তুলি দিয়া হ'ল :—

| দাতা ৰজাৰ নাম | ছন আৰু তাৰিখ | সত্ৰ-অনুষ্ঠানৰ নাম |
|---|---|---|
| শিৱসিংহ | ১৬৩৯ শক, ২ ভাদ | বৰপেটা-বাউসী পৰগণাৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি, গ্ৰহীতা— হৰি মিশ্ৰ, বলদেৱ প্ৰমুখ্যে ছয়জন ব্ৰাহ্মণ। |
| | ১৬৩৯ শক, ১৬ ভাদ | পাটবাউসী পৰগণাৰ দামোদৰীয়া সত্ৰৰ ধৰ্মোত্তৰৰ তামৰ ফলি। গ্ৰহীতা – বলোদেৱ মেধি। |

| | |
|---|---|
| ১৬৫৭ শক, ৪ আহাৰ | বৰপেটা সত্ৰৰ' ধৰ্মোত্তৰৰ তামৰ ফলি। গ্ৰহীতা শ্যামৰায় বিগ্ৰহ তৰফে সমূহ ভকত। |
| ১৬৬০ শক— | সুন্দৰীদিয়া সত্ৰৰ ধৰ্মোত্তৰৰ তামৰ ফলি। গ্ৰহীতা— কানুৰাম মেধি (ৰামচৰণ ঠাকুৰৰ নাতি সাৰঙ্গপাণিৰ ৪ৰ্থ পুত্ৰ) |
| ১৬৬১ শক— | ক্ষেত্ৰী পৰগণাৰ চেঙ্গা গ্ৰামৰ ফলি ধৰ্মোত্তৰ ভূমিদান। গ্ৰহীতা- মধুৰাম পাটোৱাৰী। এওঁ চণ্ডীবৰ বৰভূঞাৰ সমসাময়িক শ্ৰীপতি দত্ত ভূঞাৰ বংশধৰ। শিৱসিংহৰ দিনত কামৰূপত ভূমি পিয়ল কৰোঁতে মধুৰাম পাটোৱাৰী আছিল। |
| ১৬৬৪ শক, ১২ জেঠ | বজালী পৰগণাৰ বিসিকুছি গাওঁৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি। গ্ৰহীতা-শিৱ দেউৰী আৰু ৰত্নেশ্বৰ ব্ৰাহ্মণ। |
| ১৬৬৫ শক— ২২ মাঘ | বজালী পৰগণাৰ বিচানকুছি গাওঁৰ ব্ৰহ্মোত্তৰৰ তামৰ ফলি। গ্ৰহীতা—শিৱ দেউৰী আৰু হৰি মিশ্ৰ। |

| | | |
|---|---|---|
| ৰাজেশ্বৰ সিংহ | ১৬৮৬ শক, জেঠ— | বৰপেটা জায়াৰ সংসঙ্গী দামোদৰীয়া সত্ৰৰ তামৰ ফলি ( ব্ৰহ্মোত্তৰ-ধৰ্মোত্তৰ)। গ্ৰহীতা- বিশাৰদ মেধী। |
| | ১৬৮৭ শক, ২০ বহাগ | বজালী পৰগণাৰ প্ৰাণপতি ব্ৰাহ্মণৰ ভূমিৰ তামৰ ফলি (ব্ৰহ্মোত্তৰ)। গ্ৰহীতা— প্ৰাণপতি ব্ৰাহ্মণ। এওঁ ধৰল গুৰুৰ বংশধৰ আছিল। প্ৰবল প্ৰতাপেৰে ৬০ বছৰ মান বজালী পৰগণা শাসন কৰি ১৭০২ শকত স্বৰ্গী হয়। |
| | ১৬৮৭ শক, ৩ বহাগ | বজালী পৰগণাৰ মহাজনৰ ভূমি দানৰ তামৰ ফলি। গ্ৰহীতা- কবিৰত্ন ভাগৱতী মহাজন। |
| লক্ষ্মী সিংহ | ১৬৯৪ শক— | পাটবাউসী সত্ৰৰ তামৰ ফলি (ধৰ্মোত্তৰ ভূমিদান)। গ্ৰহীতা— নৰোৱা সত্ৰৰ শ্ৰীৰামদেৱ। |
| গৌৰীনাথ সিংহ | ১৭০৯ শক, ১১ মাঘ | বজালী, নামবৰভাগ, বৰনগৰ আদি পৰগণাৰ হৰিদেৱী পন্থৰ মেধীৰ ভূমি আৰু পাইকৰ নিবন্ধনৰ তামৰ ফলি |

| | | |
|---|---|---|
| | | (ব্ৰহ্মোত্তৰ)। গ্ৰহীতা- হৰিদেৱী পণ্ডৰ মেধী বিদ্যাবিনোদ আৰু কবিৰত্ন। |
| চন্দ্ৰকান্ত সিংহ | ১৭৩৮ শক, ৭ ৰহাগ | বাউসী পৰগণাৰ বন্দোৱস্তীৰ তামৰ ফলি। গ্ৰহীতা— অতিৰাম চৌধাৰী, পাটবাউসী। |

বাউসী পৰগণাৰ শেষ প্ৰশাসক অতিৰাম চৌধুৰীৰ বাসস্থান সুন্দৰীদিয়াত আছিল আৰু তেওঁ বিজয়সিং চৰ্দ্দাৰৰ বংশধৰ আছিল। পাছলৈ তেওঁ অতিৰাম বৰুৱা নামে জনাজাত হৈছিল। প্ৰাক্ আহোম আৰু আহোম যুগৰ ৰজাসকলে বৰপেটাৰ আৰু কিছুমান থান-সত্ৰ আৰু দেৱালয়ৰ নামত তামৰ ফলি দি মাটি-বৃত্তি দান কৰিছিল। আহোম ৰজাসকলে মুছলমান ধৰ্মানুষ্ঠানলৈও ভূমি দান কৰিছিল। সেই সময়ত কামৰূপত বহুত মুছলমান প্ৰজা আছিল। তাৰ ভিতৰত কিছুমান ফকিৰ আছিল। চেনেকুৱা ফকিৰকো ৰজাই মাটি-বাৰী দান কৰি ফলি দিছিল। স্বৰ্গদেউ লক্ষ্মীসিংহই গুৱাহাটীৰ হাজী আনোৱাৰ ফকিৰক ভূমি দান কৰোঁতে, বাউসী পৰগণাৰ চাহ মদাৰ, ৰঘনগৰৰ চাহ ফকিৰ আৰু ক্ষেত্ৰীৰ পাচ পীৰৰ দৰগাহলৈ ভূমি দান কৰা কথা উল্লেখ কৰিছিল। ৰজা চন্দ্ৰকান্ত সিংহই চৈয়দ চাহনুৰ দেৱান ফকিৰৰ ভেল্লা দৰগাহলৈ ১০০ বিঘা লাখেৰাজ মাটি দান কৰিছিল।

ভূমি দানৰ তামৰ ফলিত "কামৰূপ দেশৰ বৰুৱা, চৌধাৰী, পাটোৱাৰী, তালুকদাৰ, ঠাকুৰীয়া, আনোসকল এই বুলি সম্বোধন কৰা আছে। তামৰ ফলিও দাতা, পাত্ৰ আৰু গ্ৰহীতাৰ নাম,

দানৰ স্থান আৰু তাৰিখ, মাটিৰ সীমা আৰু পৰিমাণ, ভকত-পাইকৰ সংখ্যা আৰু জাতি, ভূমিদানৰ চৰ্ত্ত ইত্যাদি কথা লিপিবদ্ধ কৰিছিল। উদাহৰণ স্বৰূপে বৰপেটা সত্ৰৰ তামৰ ফলিৰ নকল এটি তলত তুলি দিয়া হ'ল—

"স্বস্তি শিরসিংহ ভূপোরীৰা প্ৰগণ্যঃ সুৰশাখিকল্পঃ। সৌমাৰ পীঠস্য পুৰন্দৰঃ শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ দেৱবৰ্য্যঃ॥ নৃপ নিকৰ কিৰীটৈঃ সেব্যমানো মৰুত্বৎ কুলকমলদিনে শো নীতিৰত্নৈকসিন্ধুঃ॥ হিমকৰ হৰ হাৰঙ্কাৰ বিস্তাৰকীৰ্তিঃ প্ৰলয় সময় ভাস্বৎ কাণ্ড চণ্ড প্ৰতাপঃ। শচীৱ সুৰৰাজস্য কমনীয়া নৰেশ্বৰী। ৰোহীনিব ৰতিৰূপাদম্বিকা নৃপৱল্লভা॥ ... ... ৱিষ্ণু প্ৰীতিং সমুদ্দিশ্য ভক্তানাং ভয়হাৰিণীং। কামৰূপ দেশৰ বড়ুৱা ও বড়কায়স্থ ও চৌধাৰী ও পাটোৱাৰী ও তালুকদাৰ ও ঠাকুৰীয়া ও গয়ৰহ সকলো সাৱধানে জানিবা শ্ৰীশ্ৰীকৃষ্ণদেৱ পদাৰবিন্দ মকৰন্দ মধুব্ৰত শ্ৰীশঙ্কৰ মাধৱদেৱৰ পোৰাভিঠাৰ স্বতন্ত্ৰ স্থানৰ ভকত ২৮০ ঘৰ পাইক ১৭ ঘৰ এই সকলৰ লগতে বাউসী বড়পেটাৰ যি মাটি আছিল তাকো স্থানলৈকে দিলে এই মাটিৰ সীমা পূৱে বড়পেটা বিলৰ পুৰ্ব্বপাৰ পশ্চিমে গলয়া বিল দক্ষিণে হাবিজান উত্তৰে শ্ৰীশঙ্কৰদেৱে নিবাস কৰা চুণপোড়াৰ বড়িৰদ এই চতুৰ সীমা কৰি ছুজনা দেৱতাএ পৰমেশ্বৰ দেৱতা সুপ্ৰীতিৰ নিমিত্তে মহাপ্ৰভুলৈ দিয়া প'ল... ... পুত্ৰ-পৌত্ৰাদিক্ৰমে ভোগ কৰি শ্ৰৱণ কীৰ্ত্তন ধৰ্মত থাকি ছুজনা দেৱতাৰ আশীৰ্ব্বাদ কৰি ঈশ্বৰ সেৱা কৰি থাকিব ইয়াৰ কৰ কাটল পদ-পঞ্চক বেঠ-বেগাৰ জলকৰ জথাৰ চোৰ চিলনা ধুমচি মাৰেচা দানখুত দণ্ড বন্ধ ৰাজদণ্ডাহ' ব্যতিৰেকে সৰ্ব্বথাব পৰিত্যাগ হৈল ইহাত কোনোজনে দেৱোত্তৰ ব্ৰহ্মোত্তৰ কৰিব নাপাই যদি অন্যথা কৰে দণ্ডাহ' হৱেক।

ভকত গিৰিজায়— ব্ৰাহ্মণ— ০, সতৰিয়া— ০, ডেকা সতৰিয়া— ০, ভাগতি— ১, পূজাৰি— ৫, ভকত— ১২, কায়স্থ— ৭, কলিতা— ৯০, কেওট— ৫৯, সালৈ— ২০, গণক— ১, কুমাৰ— ৭, কোচ— ৮, নাপিত— ৫, সূঁড়ি— ৬, চমাৰ— ৯, ধোবা— ৮, যুগী— ২৪, হাৰী— ১৪, চণ্ডাল— ৪, মুঠ— ২৮০

পাইক গিৰিজায় ১৭— কেওট— ১ (ৰামৰাই কমাং), কুমাৰ— ১ (ধৰাধৰ), নাপিত— ১, চাণ্ডাল— ১৪

শিৰসিংহ — নৃপামাত্যস্তকুণো বৰফুকন-ছুৱৰা-বংশ-সম্ভূতমিদং পত্ৰচিহ্নকং। (চাব) ... এই স্থানৰ তলে সছজি সত্ৰ বাৰাদি ১খন দিগিৰপাড় ১ খন যঁতি ১ খন থাবলাগাওঁ ১ খন দিয়া গল। ইয়াৰো তথা সৰ্ব্ববাব পৰিত্যাগ হৈল ইতি। শক ১৬৫৭ মাস আশাঢ় তাং ৪॥"

ড° সূৰ্য্যকুমাৰ ভূঞাৰ "আহোমৰ দিন"ৰ পৰা ফলিত ব্যৱহাৰ কৰা শব্দবোৰৰ সংজ্ঞা তলত দিয়া হ'ল:—

কৰ— মাটি খোৱা বাবে ৰজাক দিবলগীয়া ধন বা বস্তু।

কাটল— পাইকে মাটি খোৱা বাবে ৰজাঘৰত খাটিব লাগিছিল; নোৱাৰিলে খাটনিৰ সলনি দিয়া ধন।

পদ— পাইকে বিষয় পালে দিবলগীয়া ধন।

পঞ্চক— বৰঙণি।

বেঠ— ৰজাঘৰীয়া হাতী, ম'হ আদি জন্তুবোৰ ধৰা বাব।

জলকৰ— নৈ, বিল আদিত মাছ ধৰা কৰ।

জখাৰ (যন্ত্ৰক্ষাৰ)— হিলৈৰ খাৰ তৈয়াৰ কৰাবৰ নিমিত্তে ঘৰে প্ৰতি যন্ত্ৰখাৰ দিব লগা বাব।

চোৰ— সক-সুৰা চুৰিৰ শাস্তি।

চিনলা— ব্যভিচাৰ দোষৰ শাস্তি।

ধুমছি— নিৰ্বংশ মানুহৰ সম্পত্তি ৰজাই পোৱা বাব।

মাৰেচা— ছোৱালী বিয়া দিলে বজাৰ প্ৰাপ্য ধন।

দান— বেচিবলৈ অনা বস্তুৰ বাবে ৰজাক দিয়া কৰ; পাৰ হোৱা কৰ।

খুন্ত— মাটিত বাদে আন বস্তুৰ ওপৰত লগোৱা ৰাজহ।

দণ্ড · জগৰৰ বাবে দিয়া শাস্তি।

বন্ধ— জগৰৰ নিমিত্তে বন্ধা।

আহোম যুগত বৰপেটা অঞ্চলত হোৱা উল্লেখনীয় ঘটনাৰ ভিতৰত মানৰ উপদ্ৰৱ অন্যতম। ১৮১৭ খৃষ্টাব্দৰ মাৰ্চ্চ মাহত হোৱা মানৰ প্ৰথম আক্ৰমণত বৰপেটাত কোনো প্ৰভাৱ পৰা নাছিল। কিছুকাল পাছত ৰাজমন্ত্ৰী ৰুচিনাথ বুঢ়াগোঁহায়ে ৰজা চন্দ্ৰকান্ত সিংহক আঁতৰাই পুৰন্দৰ সিংহক ৰজা পাতিলে। এই খবৰ পাই মানৰ সেনাপতি মিঙ্গিমাহা তিলোৱাই পটলঙ আৰু শেখ ফুকন নামৰ দুজন মান সেনাপতিক পুৰন্দৰ সিংহক দমন কৰিবলৈ পঠিয়াইছিল। এইদৰে ১৮১৯ খৃঃ ৰ ফেব্ৰুৱাৰীত মানৰ দ্বিতীয় আক্ৰমণ হয়। পুৰন্দৰ সিংহ পলাই গৈ মানাহ আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গম থলীত অৱস্থিত হাদিৰাত থকা অসম চকী পায় ১৮১৯ চনৰ ১৭ জুন তাৰিখে। কিন্তু তাত থকাটো নিৰাপদ নাভাবি ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনৰ ৰংপুৰ জিলাৰ শিলমাৰীলৈ যায়। মানে চন্দ্ৰকান্ত সিংহক আহোম ৰাজপাটত পুনৰ প্ৰতিষ্ঠা কৰি ১৮২০ চনৰ জানুৱাৰী মাহত নিজ দেশলৈ উভতি যায়। কিন্তু চন্দ্ৰকান্ত সিংহৰ মানৰ সৈতে মনোবিবাদ হোৱাত মানে ১৮২১ চনত তৃতীয়বাৰ অসম আক্ৰমণ কৰে। গুৱাহাটীৰ বৰফুকনে সৈন্য-সামন্ত খুজি কামৰূপৰ বৰুৱা সকললৈ মানুহ পঠাইছিল, কিন্তু যাতায়াতৰ অসুবিধাৰ বাবে তেওঁলোকে জাননী পোৱাত পলম হৈছিল। সময়মতে সাহায্য আহি নোপোৱাত মানৰ হাতত আহোম হাৰিল। ৰজা চন্দ্ৰকান্ত সিংহই ১৮২১ চনৰ ২৩ চেপ্তেম্বৰ তাৰিখে হাদিৰাৰ

অসম চকীলৈ পশ্চাদপহৰণ কৰে। মান সেনাপতি শেখ ফুকন আৰু মাখন ফুকনে চন্দ্ৰকান্ত সিংহক অসম চকীলৈ খেদি যোৱাত বজাই ব্ৰহ্মপুত্ৰ পাৰ হৈ ইষ্ট ইণ্ডিয়া কোম্পানীৰ এলেকা গোৱালপাৰালৈ যায়। চন্দ্ৰকান্ত সিংহই ইংৰাজ ফৌজ খুজি কলিকাতাৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্টলৈ দূত পঠাইছিল। ছজন লোক শিখ ৰণুৱা আনিবলৈ পঞ্জাৱলৈ পঠাইছিল আৰু বজাই নিজে গোৱালপাৰাত থকা ইংৰাজ প্ৰতিনিধি লেঃ ডেভিদচনৰ সহায় বিচাৰিছিল। কিন্তু ইংৰাজ সকলে "আনৰ ৰাজ্যত হস্তক্ষেপ নকৰা" নীতি বাহাল ৰাখি চন্দ্ৰকান্ত সিংহক সহায় কৰিবলৈ অমান্তি হয়।

গুৱাহাটীৰ ৰণত জিকি মানে ছভাগ হৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ পাৰে স্থলপথেদি অগ্ৰসৰ হৈছিল। এজাক মান ব্ৰহ্মপুত্ৰৰ ঘাই সুতিয়েদি আৰু এজাক মান হাজোৰ পৰা চাউলখোৱা নদীয়েদি নাৱেৰে ভটিয়াই আহিছিল। বাটত তেওঁলোকে গাওঁ-ভূঁই লুটিপুটি লণ্ডভণ্ড কৰিছিল। দেশৰ কিছুমান অসৎ প্ৰকৃতিৰ লোকে মানৰ লগত যোগ দি নিজ জাতি-ভাইক অত্যাচাৰ কৰিছিল। এইবিলাক লোকক হুৰণীয়া বুলিছিল। মানে চেঙা আক্ৰমণ কৰিবলৈ অহা শুনি চেঙাৰ চৌধাৰী শ্যামনাথ, জয়ানন্দ আৰু শ্ৰীনাৰায়ণে কিছুমান মানুহ সংগ্ৰহ কৰি গুভাত মানক বাধা দিয়ে; কিন্তু মানৰ আগত তিষ্ঠিব নোৱাৰি তেওঁলোকে পিছ হুহকি গৈ চেঙাৰ ওচৰত কোঠ মাৰিলে। মানে গৈ তাত আক্ৰমণ কৰাত পুনৰ যুদ্ধ হয়। এই যুদ্ধ বামত আৰু চাউলখোৱা নৈত হৈছিল। কোঠৰ ওচৰত চাউলখোৱা নৈৰ যি ঠাইত এই জলযুদ্ধ হৈছিল, সেই ঠাইক "কোঠৰ কুৰ" বোলে। চৌধাৰীসকল ইয়াতো হাৰি পলাই গৈ আন ঠাইত আশ্ৰয় লৈছিল। পিছত বৃটিশে মানক খেদি দেশত শান্তি স্থাপন কৰাত তেওঁলোক নিজ নিজ পৰগণালৈ উভতি আহে।

বৰপেটা চহৰৰ উত্তৰস্থ যুগীৰপামৰ হলকান্ত বৰুৱাই গুৱাহাটীত মানৰ বিৰুদ্ধে আহোম ৰজাক সহায় কৰিবলৈ তুহেজাৰ সৈন্য লৈ আগুৱাই গৈছিল; কিন্তু চেঙাৰ পৰা চাউলখোৱা নদীয়েদি মান সৈন্য ভটিয়াই অহা শুনি হলকান্তই বুজিলে যে, মানৰ হাতত আহোমৰ পৰাজয় ঘটিছে। তেতিয়া হলকান্ত বৰুৱাৰ মনৰ পৰিবৰ্ত্তন ঘটিল। হাউলীৰ আহোম ৰজাৰ ডুবৰীয়া বৰুৱা চণ্ডী বৰুৱাৰ লগত থকা শত্ৰুতাৰ পোতক তুলিবলৈ হলকান্তই মানৰ ফলীয়া হৈ মান সেনাপতি মিঙ্গিমাহাৰ ওচৰত শৰণাপন্ন হ'ল। হলকান্তৰ দিহা মতে মিঙ্গিমাহাই চাউলখোৱা নদীয়েদি ভটিয়াই আহি সৰু মানাহ (মৰামানাহ) নদীৰে উত্তৰ ফালে উজাই বৰনগৰৰ পিনে আগুৱাই গৈছিল। চণ্ডী বৰুৱা থকা ঠাইৰ নাম আছিল 'বৰুৱাৰ বাৰী' (মানাহৰ পাৰত)। তাৰ ভিতৰত থকা পুখুৰী আৰু গড়-প্ৰাসাদৰ ধ্বংসাৱশেষ কিছু বছৰ আগলৈকে আছিল।

এদল মান সেনাই বৰপেটাৰ পৰা উত্তৰে বজালীলৈ যোৱা বাটেদি আহি ৰাতি যুগীৰপামত ওলায়। নদীয়েদি ভটিয়াই অহা মিঙ্গিমাহা-হলকান্তৰ দলটোও অলপ পাছতে যুগীৰপাম পালে। মান অহা বাতৰি পাই গাওঁখনৰ সকলো মানুহ বৰপেটা আৰু আশেপাশে থকা হাবি-বননিলৈ পলাই গৈছিল। হলকান্ত বৰুৱাই গোপন বাটেৰে মিঙ্গিমাহাৰ মান সেনাক হাউলীলৈ লৈ গৈছিল। চণ্ডী বৰুৱাৰ হিলৈদাৰী সৈন্যই বহুতো মান সেনা মাৰিলে, কিন্তু অৱশেষত মানৰহে জয় হয় আৰু চণ্ডী বৰুৱাক বন্দী কৰি বৰপেটাৰ পশ্চিমে ময়নবৰী গাওঁলৈ লৈ যায় আৰু কাটে। হাউলী শ্মশানত পৰিণত হৈছিল। চাউলখোৱাৰে মান গৈ ময়নবৰী পালত গাওঁখনৰ ডুশ/আঢ়ৈ শ ঘৰ মানুহ পলাই দক্ষিণৰ অগাধ অটব্য অৰণ্যত সোমাল। এফালে মিঙ্গিমাহাৰ আদেশত হলকান্ত বৰুৱাই মান সৈন্য নি বৰনগৰ, ৰূপসী অঞ্চলত উপদ্ৰৱ কৰি ধ্বংস কৰে

আৰু উত্তৰৰ বাটেদি ময়নবৰীলৈ আগুৱাই যায়।

১৮২১ খৃঃৰ অক্তোবৰ মাহৰ শেষলৈ চন্দ্ৰকান্ত সিংহ হাদিৰা চকীলৈ প্ৰত্যাবৰ্ত্তন কৰে আৰু মানৰ লগত যুঁজৰ বাবে প্ৰস্তুতি চলায়। ইংৰাজৰ পৰা যথেষ্ট পৰিমাণে খাৰ-বাৰুদ পাই আহোমে মানৰ লগত কেবাখনো যুঁজ দিছিল আৰু ১৮২১ ছনৰ ডিচেম্বৰ মাহৰ ভিতৰতে মানক খেদি নি উজনি অসম পাইছিলগৈ। কিন্তু মহগড়ৰ যুদ্ধত মানৰ হাতত হাৰি ৰজা চন্দ্ৰকান্ত সিংহ হাদিৰা চকীলৈ পশ্চাদপহৰণ কৰিছিল ১৮২২ ছনৰ ৩ জুন তাৰিখে। মান ৰজাৰ বিচক্ষণ সেনাধ্যক্ষ মিঙ্গিমাহা বান্দুলাই সেনাপতি মিঙ্গিমাহা তিলোৱাৰ নেতৃত্বত এটা শক্তিশালী ফৌজ হাদিৰালৈ পঠাইছিল। ১৮২২ ছনৰ ২১ জুন তাৰিখে নিচেই পুৱাতে (৪'৫৫ বজাত) যুদ্ধ আৰম্ভ হয়। হাদিৰা চকীৰ বিপৰীতে ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণ পাৰে গোৱালপাৰাত থকা ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰতিনিধি লেঃডেভিদচনে তেওঁৰ ছাউনীৰ পৰা উত্তৰ পাৰে কামান চলাচলৰ শব্দ শুনি আছিল আৰু এখন পত্ৰ যোগে হাদিৰাৰ যুদ্ধৰ হুবহু বিৱৰণ এটা ৰংপুৰ জিলাৰ উপাযুক্ত ডেভিদ স্কট চাহাবলৈ পঠিয়াইছিল—"The engagement continued brisk for the space of 3 minutes when it was evident that one of the parties had received a check. After a few minutes the firing again commenced in a very faint manner, and in about 10 minutes, from the number of boats that left Assam Choky, it was evident that they had received a defeat. The Burmese then proceeded to the choky and took possession without resistence. (তিনি মিনিট সময় ধৰি তুমুল যুদ্ধ চলিছিল। তাৰ পাছত দেখা গ'ল যে, এটা পক্ষ

বাধাগ্ৰস্ত হৈছে। কেই মিনিটমান পাছত বৰ ক্ষীণ শব্দেৰে পুনৰ গুলিয়া-গুলি আৰম্ভ হৈছিল। দহ মিনিটমানৰ ভিতৰত অসম চকী এৰি ভটিয়াই অহা নাওবোৰ দেখি জনা গ'ল যে, তেওঁলোকে (অসমীয়া সৈন্যই) পৰাজয় বৰণ কৰিছে। মান সৈন্যই তাৰ পাছত বিনা বাধাৰে চকী দখল কৰিলে।) প্ৰকৃততে আহোমৰ হিলৈদাৰী সৈন্যৰ খাৰ-বাৰুদ যেতিয়া শেষ হৈ আহিল, তেতিয়া মানে চন্দ্ৰকান্ত সিংহৰ অসমীয়া-আহোম-শিখ-মুছলমান সৈন্যৰ সম্মিলিত শক্তিৰ লগত হতাহতি ৰণ আৰম্ভ কৰিছিল। আহোম দলৰ সেনাপতি আছিল চাৰু, অসমীয়া দলৰ বৰপেটা নিবাসী কৃষ্ণৰাম কলিতা, মুছলমান দলৰ মিৰ দোলা আৰু শিখ দলৰ চৈতন্য সিং। তেওঁলোকে প্ৰবল বিক্ৰমেৰে যুঁজিছিল যদিও বিপুল সংখ্যাগৰিষ্ঠ মানৰ আগত তিষ্টিব নোৱাৰিলে। চৈতন্য সিঙে নিজে হেনো এহেজাৰ মান সৈন্য কাটিছিল। তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ ঘৈণীয়েকেও হেনো ৰণচণ্ডী বেশ ধৰি শ, শ মান বধ কৰিছিল। বাউসী পৰগণাৰ অধিপতি অতিৰাম বকৰা প্ৰমুখ্যে উচ্চ বিষয়া সকলে স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহক ধনে-জনে সহায় কৰিছিল। জুন মাহৰ শেষ ভাগত মিঙ্গিমাহা তিলোৱাক অসমৰ ৰজা বুলি ঘোষণা কৰা হৈছিল। তিলোৱাই চন্দ্ৰকান্ত সিংহক মানৰ হাতত সমৰ্পণ কৰিবলৈ ডেভিদ স্কটলৈ লিখিছিল, অন্যথায় ইংৰাজ কোম্পানীৰ ৰাজ্যত সোমাব বুলি ভাবুকি দিছিল। ১৮২২ চনৰ জুলাই মাহত মানে হাদিৰাত এটা সক ফৌজ ৰাখি গুচি গৈছিল।

হাদিৰাৰ ৰণত জয়লাভ কৰি মান সৈন্যই গুচৰ-পাঁজৰৰ গাওঁ-ভূঁই বিলাকত উপদ্ৰৱ আৰম্ভ কৰিছিল। বৰ্বৰ মানহতে অসমৰ প্ৰজাৰ ওপৰত যি পাশবিক অত্যাচাৰ চলাইছিল, সি আছিল অভূতপূৰ্ব— পৃথিবীৰ বুৰঞ্জীত তেনেকুৱা দৃষ্টান্ত বিৰল বুলি কব পাৰি। সিহঁতে মানুহ কাটি-মাৰি আৰু অঙ্গহানি

কৰিয়ে ক্ষান্ত নাথাকিল— গৰ্ভৱতী তিৰোতাৰ পেট ফালি সন্তান উলিয়াই ৰং চাইছিল। কেঁচুৱা লৰা-ছোৱালীক আম গছলৈ দলিয়াই দি ফল পাৰি খাইছিল। তিৰোতাৰ ওপৰত অমানুষিক অত্যাচাৰ কৰিছিল। ডেকাবিলাকক দাস কৰি ব্ৰহ্মদেশলৈ খেদি নিছিল। গাওঁ-ভূঁই বিলাকত সোমাই ঘৰ-দুৱাৰ পুৰি ধনবস্তু লুটপাত কৰিছিল। হাদিৰাৰ পৰা পূৱে সাৰগাওঁলৈ মানুহ নোহোৱা হ'ল। সকলো প্ৰজাই নিৰাপদ ঠাই বিচাৰি পলাই গ'ল। বহুতে গৈ কোম্পানীৰ ৰাজ্য গোৱালপাৰাত আশ্ৰয় লৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ সতৰ্কবাণী আওকাণ কৰি মানে দাঁতি-কাষৰীয়া গোৱালপাৰা অঞ্চলত সোমাই উপদ্ৰৱ আৰম্ভ কৰিছিল। প্ৰথম অৱস্থাত ইংৰাজ কৰ্তৃপক্ষই সংযতভাৱে চলিছিল। কিন্তু কাছাৰ আদি ঠাইতো যেতিয়া মানৰ উপদ্ৰৱ আৰম্ভ হ'ল, তেতিয়া ইংৰাজে মানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে ১৮২৪ চনৰ ৫ মাৰ্চ তাৰিখে। ১৩ মাৰ্চত কৰ্ণেল মেকমৰানে গোৱালপাৰাৰ পৰা ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰেদি অটব্য হাবি-বননি আৰু জলাহ ভূমিৰ মাজেদি মানৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিছিল। ৰিচাৰ্ডচন চাঁহাবৰ তলত এটা ইংৰাজ ফৌজে হাদিৰাৰ ফালেদি মানক পাছে পাছে খেদি নিব ধৰিছিল। এদল মানে ময়নবৰীত চাউলখোৱা নদী পাৰ হৈ জনিয়া চাপৰিৰ মাজেদি আহি বৰপেটাৰ চাউলখোৱা নদীৰ ঘাটত নামিছিল আৰু কীৰ্ত্তনঘৰৰ ফালে আগুৱাই আহিছিল। অন্তৰ্কলহৰ বাবে বৰপেটাৰ মানুহে সম্মিলিতভাৱে মানক বাধা দিবলৈ আগ বাঢ়ি নাহিছিল। তথাপিতো হাদিৰা ৰণৰ সেনাপতি কৃষ্ণৰাম কলিতাৰ পুতেক বদন চৌধুৰী আৰু যুগীৰপামৰ হলকান্ত বৰুৱাৰ পুতেক লক্ষ্মীকান্তই বৰপেটা সত্ৰৰ হাটীয়ে হাটীয়ে গৈ ৪/৫ শ মান ডেকা সংগ্ৰহ কৰি মানৰ লগত ৰণ দিছিল যদিও মানৰ আক্ৰমণ প্ৰতিহত

কৰিব নোৱাৰিলে। মানে সুবৃহৎ কীৰ্ত্তনঘৰটোত জুই লগাই দি লুণ্ঠন আৰু গণহত্যা আৰম্ভ কৰিলে। আবেলি ৰিচাৰ্ডচন চাহাব সৈন্য লৈ বৰপেটা পালেহি। বৰপেটাৰ পৰা মানক খেদি দি ৰিচাৰ্ডচনে ৰাতিটো মেটুৱাকুছিত বাহৰ পাতি ৰ'ল। দুমাহ মান পিছত ইংৰাজ বিষয়া ডেভিদ স্কটৰ অনুগ্ৰহত যেতিয়া দেশত শান্তি ঘূৰি আহিল, তেতিয়া বৰপেটাৰ ৰাইজে পুনৰ যোৱা কীৰ্ত্তনঘৰটো নতুনকৈ নিৰ্মাণ কৰিলে। মানৰ আক্ৰমণৰ ফলত সমৃদ্ধিশালী গাওঁবোৰ জনশূন্য হৈ পৰিছিল। প্ৰাণৰ ভয়ত গাওঁ-ভূঁইবিলাকৰ পৰা মানুহ ভাগি গৈ উত্তৰ কালে ভৱানীপুৰ, হস্তিনাপুৰ আদি ঠাইলৈ উঠি গৈছিল। বহুতে এনেকি বঙ্গদেশৰ জমিদাৰী আৰু ভূটান ৰাজ্যত গৈ আশ্ৰয় লৈছিল।

মানৰ হাতৰ পৰা বৰপেটা অঞ্চল মুক্ত হোৱাৰ কিছুকাল পাছতহে ই ইংৰাজৰ প্ৰত্যক্ষ শাসনাধীন হৈছিল। ১৮২৬ খৃষ্টাব্দত ইংৰাজে অসম দেশ অধিকাৰ কৰিছিল যদিও, ১৮৩২ খৃষ্টাব্দতহে তেওঁলোকে দেশখন নিজ শাসনাধীনলৈ নিয়াৰ চূড়ান্ত সিদ্ধান্ত লৈছিল।



# পঞ্চম অধ্যায়

## ইংৰাজ আমল

১৮২৬ চনৰ ২৪ ফেব্রুয়াৰীত হোৱা ইয়াণ্ডাবু সন্ধি মতে অসম দেশ ইংৰাজৰ অধীনলৈ অহাৰ ফলত বৰপেটাও স্বাভাৱিকতে ইংৰাজৰ অধীনলৈ আহে। প্ৰথম অৱস্থাত বৰপেটাত কোনো প্ৰশাসনীয় গোট নাছিল। প্ৰথমতে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বৰপেটা অঞ্চলত "ছয় পৰগণা" নামৰ এখন জিলা গঠন কৰিছিল আৰু তাত বাউসী, চকাবাউসী, খৰনগৰ, বৰপেটা, বজালী আৰু নগৰবেৰা নামৰ ছয় খন পৰগণা অন্তৰ্ভুক্ত আছিল। ১৮৩২ খৃষ্টাব্দত এই জিলাখন ক্রেক্রফ্ট চাহাবে উত্তৰ-পূব ৰংপুৰ অৰ্থাৎ গোৱালপাৰা জিলাৰ লগত সংযুক্ত কৰিছিল। তাৰ দুবছৰ পাছত ১৮৩৪ খৃষ্টাব্দত উত্তৰ-পূব ৰংপুৰ জিলাৰ পৰা কাটি আনি গুৱাহাটীত সদৰ পতা হৈছিল। গেইট চাহাবৰ অসম বুৰঞ্জী মতে ১৮৩৪ খৃষ্টাব্দত কামৰূপ জিলা গঠন হৈছিল। তেতিয়া কেপ্তেইন বোগল্ কামৰূপৰ কালেক্টৰ আৰু কৰ্ণেল জেনকিন্স কমিচনাৰ আছিল। ১৮৩৩/৩৪ খৃষ্টাব্দত ইংৰাজ চৰকাৰে বোগল্ কলেক্টৰ চাহাবৰ আমোলত পুৰণি পৰগণাবোৰ ভাঙি সৰু সৰু ৰাজহ গোট তৈয়াৰ কৰিলে আৰু এইদৰে বৰ্ত্তমানৰ মৌজাৰ সৃষ্টি হ'ল। পৰগণাৰ চৌধুৰীসকলক মৌজাদাৰ নাম দিলে আৰু ৰাজহ আদায়ৰ সুবিধাৰ কাৰণে প্ৰত্যেক মৌজাত এজন পাটোৱাৰী, মণ্ডল আৰু গাওঁ কাকতি নিযুক্ত কৰিলে। ভূমি-ৰাজহ বিধি নতুনকৈ প্ৰৱৰ্ত্তন কৰাৰ ফল স্বৰূপে মাটিৰ জৰীপ আৰম্ভ হয় আৰু মেপ প্ৰস্তুতিৰ কাম আগবাঢ়ে। ভূমিৰ শ্ৰেণী অনুসৰি খাজনা নিৰূপণ, ভূমি-বন্দোবস্তী, নগদ টকাত খাজনা আদায়ৰ ব্যৱস্থা আৰু ভূমি-স্বত্ব

নিৰ্ধাৰণ হোৱাত ৰাইজৰ কিছু ক্ষেত্ৰত উপকাৰ হৈছিল। বিশেষকৈ কৃষি সম্প্ৰসাৰণৰ ক্ষেত্ৰত চৰকাৰে মনোযোগ দিয়াত চৰকাৰী ৰাজহ বৃদ্ধি পাবলৈ ধৰে। ইং ১৮৪১ ছনৰ মাৰ্চ মাহত বৰপেটাত সদৰ ঠাই স্থাপন কৰি বৰপেটা মহকুমা গঠন কৰা হৈছিল আৰু মহকুমাৰ প্ৰশাসনীয় বিষয়া হিচাপে জন বাটলাৰক চাব এচিষ্টেণ্ট নিযুক্ত কৰিছিল। তেতিয়া তেওঁৰ মাহিলি দৰমহা ২৫০ টকা আছিল। ইয়াৰ উপৰি সুকীয়াকৈ দেৱানী আদালত গঠন কৰিছিল। তেতিয়া মুন্সিফৰ মাহিলি দৰমহা আছিল ৮০ টকা। ১৮৫২ খ্ৰীঃ ৰ ৯ অক্টোবৰৰ পৰা আনন্দৰাম ঢেকিয়াল ফুকন বৰপেটাত স্থায়ীভাৱে চাব এচিষ্টেণ্ট নিযুক্ত হৈছিল। ১৮৬১ ছনত এই চাব এচিষ্টেণ্ট পদটোৰ নাম পৰিবৰ্তন কৰি এক্সট্ৰা এচিষ্টেণ্ট কমিচনাৰ কৰা হৈছিল। ১৮৭২ ছনৰ পৰা ই.এ চি. জন দেৱানী আদালতৰো মুন্সিফ হয়। সেই সময়লৈকে অসম দেশখন বঙ্গদেশৰ এটা অংশ হিচাপে শাসিত হৈছিল। ১৮৭৪ ছনৰ ৬ ফেব্ৰুৱাৰী তাৰিখে বঙ্গদেশৰ পৰা কাটি আনি এজন চীফ কমিচনাৰৰ তলত অসম প্ৰদেশ গঠন কৰা হয়। তাৰ পাছতে মহকুমাৰ শাসনকাৰ্য্য একোজন মহকুমাধিপতিৰ (চাব ডিভিজনেল অফিচাৰ) ওপৰত ন্যস্ত কৰা হয়। ১৯০৫ ছনৰ অক্টোবৰ মাহৰ পৰা অসমক পুনৰ পূৰ্ব বঙ্গৰ লগত সাঙুৰি এখন প্ৰদেশ কৰিছিল যদিও জনগণৰ তীব্ৰ আন্দোলনত সেও মানি ইংৰাজ চৰকাৰে ১৯১২ ছনৰ পহিলা এপ্ৰিলৰ পৰা অসমক পুনৰ সুকীয়া প্ৰদেশ ঘোষণা কৰে আৰু ১৯২১ ছনত গৱৰ্ণৰ শাসিত প্ৰদেশলৈ উন্নীত কৰে।

মহকুমাৰ শাসন ব্যৱস্থা মতে বৰপেটা মহকুমাখনক দুটা ৰাজহ চক্ৰ আৰু দুখন পুলিচ থানাত ভাগ কৰা হৈছিল। বৰপেটা চক্ৰৰ সদৰ বৰপেটা চহৰত আৰু বৰনগৰ চক্ৰৰ সদৰ চকচকাত স্থাপিত হৈছিল। সাম্প্ৰতিক কালত চকচকাৰ কাৰ্য্যালয়

সৰভোগলৈ স্থানান্তৰিত হৈছে। থানা দুখন আছিল বৰপেটা (সদৰ ঠাই বৰপেটা চহৰ) আৰু বজালী (সদৰ পাটাছাৰকুছি)। কিছু বছৰ পিছত পাটাছাৰকুছিত বজালী ৰাজহ চক্ৰ আৰু ৰহাত পুলিচ থানা এখন স্থাপিত হৈছিল। পৰৱৰ্ত্তী কালত ৰহাৰ পুলিচ থানাখন সৰভোগলৈ স্থানান্তৰিত হৈছিল। স্বাধীনতাৰ আগলৈকে (১৯৪৭ চনৰ ১৫ আগষ্ট) বৰপেটা মহকুমাত মুঠতে চাৰিটা ৰাজহ চক্ৰ আৰু চাৰিখন পুলিচ থানা আছিল। ৰাজহ চক্ৰবোৰ হ'ল বৰপেটা, বাঘবৰ, বৰনগৰ আৰু বজালী। থানাবোৰ হ'ল বৰপেটা, সৰভোগ, পাটাছাৰকুছি আৰু ভাৱাবাৰী। কালক্ৰমত প্ৰশাসনৰ সুবিধাৰ কাৰণে থানা আৰু ৰাজহ-চক্ৰৰ সংখ্যা বৃদ্ধি কৰা হয়। ১৯৮৪ চনৰ পহিলা জুলাইৰ পৰা বৰপেটা এখন জিলা বুলি ঘোষিত হৈছে আৰু বজালীত এখন মহকুমা স্থাপন কৰা হৈছে।

স্বায়ত্ত শাসন আইনৰ ব্যৱস্থা মতে* বৰপেটাত ১৮৮০ খৃঃত লোকেল বোৰ্ড আৰু ১৮৮৪ খৃঃত মিউনিচিপাল বোৰ্ড গঠনৰ চৰকাৰী ঘোষণা কৰা হৈছিল। ১৮৮৬ খৃঃত প্ৰথমখন মিউনিচিপাল বোৰ্ড মনোনীত হৈছিল। বোৰ্ডৰ প্ৰথম সভাখন ১৮৮৬ চনৰ ১৯ চেপ্তেম্বৰত হলিৰাম বৰুৱা ই. এ. চি ৰ সভাপতিত্বত বৰপেটা সত্ৰৰ নহাটী বাটঘৰত অনুষ্ঠিত হৈছিল। তেতিয়া মহকুমাধিপতি আছিল মিঃ জে. চি. আৰবুথনট। ১৯১৭ চনৰ ৩ নৱেম্বৰত প্ৰথম নিৰ্বাচনৰ ফলাফল মতে কমলাকান্ত দাস (উকিল) সভাপতি (চেয়াৰমেন) আৰু যাদব চন্দ্ৰ দাস (উকিল) উপ-সভাপতি (ভাইচ-চেয়াৰমেন) নিৰ্বাচিত হৈছিল। ১৯১৮ চনৰ ২৭ ফেব্ৰুৱাৰীত প্ৰথম নিৰ্বাচিত সভাই কাৰ্য্যভাৰ গ্ৰহণ কৰে।

বৰপেটা ইংৰাজ চৰকাৰৰ অধীনলৈ যোৱাৰ পাছত যিবিলাক উল্লেখযোগ্য ঘটনা ঘটিছিল, তাৰ ভিতৰত পোনতে ১৮৯৩/৯৪

ছনৰ কৃষক বিদ্ৰোহ অন্যতম বুলি কব পাৰি। ১৮৫৭ খৃষ্টাব্দৰ ভ বতৰ চিপাহী বিদ্ৰোহৰ পৰিণতি স্বৰূপে ইংৰাজ চৰকাৰে নানা ধৰণৰ কৰ-কাটল বঢ়াই প্ৰজাসকলক অতিষ্ঠ কৰি তুলিছিল। অসমতো প্ৰজাৰ আৰ্থিক অৱস্থা একেবাৰে শোচনীয় হৈ পৰিছিল। ১৮৯২ খৃঃত অসমৰ চিফ কমিচনাৰে মাটিৰ খাজনা শতকৰা ৭০ৰ পৰা ৮০ ভাগলৈ বঢ়াই দিছিল; কিছুমান ক্ষেত্ৰত শতকৰা ভাগেই বঢ়াইছিল। সেই কাৰণে বিশেষকৈ বজালী আৰু সৰুক্ষেত্ৰী অঞ্চলৰ সচেতন জনতাই মেল পাতি চৰকাৰক ভূমি-কৰ নিদিবলৈ সিদ্ধান্ত কৰিছিল। কামৰূপৰ উপায়ুক্ত মেক কেব চাহাবে ১০/১/১৮৯৩ তাৰিখত আদেশ জাৰি কৰি মেল-মিটিং নিষিদ্ধ কৰি দিছিল। সেই সময়ত মাধব চন্দ্ৰ বৰদলৈ বৰপেটাৰ মহকুমাধিপতি আছিল। ৰাইজে উপায়ুক্তৰ আদেশ নামানিলে। বজালীত মেলসমূহে তেওঁলোকৰ নিৰ্দ্দেশ গাৱেঁ গাৱেঁ প্ৰচাৰ কৰিবলৈ নিজাকৈ ডাকপিয়ন নিযুক্ত কৰিছিল আৰু চৰকাৰী পিয়যাই সম্পত্তি ক্ৰোক কৰাত বাধা প্ৰদান কৰিবলৈ লাঠিধাৰী সেচ্ছাসেৱক বাহিনী গঠন কৰি দিছিল। ক্ৰোকী সম্পত্তি যাতে কোনেও ডাকি নলয়, তাৰ বাবে জনসাধাৰণক সতৰ্ক কৰি দিয়া হৈছিল। ২১/১/১৮৯৪ ইং তাৰিখে সৰুক্ষেত্ৰীৰ মৌজাদাৰ পীতাম্বৰ চৌধুৰীয়ে লগত ৰাজহ পেস্কাৰ আৰু লাট মণ্ডল লৈ বৰকাপলা গাওঁলৈ খাজনা আদায় কৰিবলৈ যাওঁতে বিক্ষুব্ধ জনতাই তেওঁলোকক আক্ৰমণ কৰে। মণ্ডলজন গুৰুতৰ ভাৱে আহত হয়, যাৰ ফলত কিছুদিন পাছত তেওঁৰ মৃত্যু হয়। পুলিচে ৭৫ জন লোকক আটক কৰিছিল; কিন্তু জনতাই জোৰ কৰি সিহঁতক খালাচ কৰি লৈ যায়। ২৪/১/১৮৯৪ ইং তাৰিখে কামৰূপৰ উপায়ুক্তই ১৩ নং বেঙ্গল নেটিভ ইন:ফন্ট্ৰিৰ চিপাহী লৈ সৰ্থেবাৰীৰ ওচৰৰ লচিমা গাওঁলৈ যায় আৰু কিছু সংখ্যক লোকক আটক কৰে। প্ৰায় ছয় হাজাৰ

জনতা গোট খাই আটক বন্দীসকলৰ মুক্তি বিচাৰি উপায়ুক্তৰ ওচৰলৈ প্ৰতিবাদ কৰিবলৈ যাওঁতে চিপাহী তেওঁলোকৰ বহুতকে গ্ৰেপ্তাৰ কৰি বাকীবিলাকক খেদি পঠাইছিল। এনেদৰে গ্ৰেপ্তাৰ হোৱা লোকসকলক লচিমা চ'কত হালৰ যুৱলিত বলদ গৰুৰ দৰে সাঙুৰি বান্ধি হাল টানিবলৈ বাধ্য কৰিছিল (১)।

মৌজাদাৰ পিতাম্বৰ চৌধুৰী জনতাৰ দ্বাৰা আক্ৰান্ত হলেও প্ৰথমতে সাতুৰি, পাছত নাৱেৰে পলাই প্ৰাণ ৰক্ষা কৰিব পাৰিছিল। উত্তেজিত জনতাই তেওঁক নাপাই তেওঁৰ কেম্পত সোমাই লণ্ডভণ্ড কৰে আৰু জয়সূচক চিহ্ন স্বৰূপে এখন প্ৰকাণ্ড কাঁহৰ কাঁহী লৈ যায়। লচিমাৰ কৃষক বিদ্ৰোহৰ এই ঘটনাটো মাঘী পূৰ্ণিমাৰ দিনাখন ঘটিছিল। ইয়াৰ স্মৃতি ৰক্ষাৰ্থে প্ৰতি বছৰে মাঘৰ পূৰ্ণিমাৰ দিনাখন সৰ্থেবাৰীত ৰাইজৰ 'সভা' অনুষ্ঠিত হব ধৰিলে।

ইংৰাজৰ ৰাজত্ব কালত সৰ্ব প্ৰধান ঘটনা হ'ল দেশৰ স্বাধীনতাৰ কাৰণে দেশবাসীৰ অহিংস অসহযোগ আন্দোলন-যাক স্বাধীনতাৰ সংগ্ৰাম বুলি কোৱা হয়। এই সংগ্ৰামত বৰপেটাৰ ৰাইজৰ অবিহণাৰ এটি সংক্ষেপ বিৱৰণ পৰৱৰ্ত্তী অধ্যায়ত দিবলৈ প্ৰয়াস কৰা হৈছে।

ইংৰাজী শিক্ষা-সভ্যতাই আমাৰ শিক্ষা-দীক্ষা, ভাষা-সাহিত্য, কলা-সংস্কৃতি আদিৰ ক্ষেত্ৰত যি প্ৰভাৱ পেলালে, সি এতিয়াও সুদূৰ-প্ৰসাৰী হৈ বৰ্ত্তি আছে।

---

(১) K. N. Datta : Land marks of the Freedom Struggle in Assam, page—32

# ষষ্ঠ অধ্যায়

## স্বাধীনতাৰ আন্দোলন

জাতিৰ পিতা মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতাৰ বাবে যি গণ আন্দোলন হৈছিল, তাত বৰপেটা মহকুমাৰ বাইজে বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল। স্বাধীনতাৰ এই আন্দোলন প্ৰধানকৈ তিনিটা পৰ্য্যায়ত অনুষ্ঠিত হৈছিল। যেনে ১৯২০-২১ চনৰ প্ৰথম অসহযোগ আন্দোলন, ১৯৩০ চনৰ অহিংস অসহযোগ আন্দোলন আৰু ১৯৪২ চনৰ "ভাৰত ত্যাগ" আন্দোলন। তেতিয়াৰ বৰপেটা মহকুমাৰ ৫০০ তকৈও অধিক মুক্তি যোদ্ধাই এই আন্দোলনত কাৰাদণ্ড আৰু অইন শাস্তি ভুগিব লাগিছিল। ইয়াৰ উপৰিও আৰু বহুতো ডেকা-বৃদ্ধ পুৰুষ মহিলাই স্বেচ্ছাপ্ৰণোদিত ভাৱে আগ বাঢ়ি আহি আন্দোলন তীব্ৰতৰ কৰি তুলিছিল। অসমৰ মুক্তি যোদ্ধা সংগঠনে প্ৰস্তুত কৰা তালিকাৰ পৰা সংগৃহীত পৰিসংখ্যা মতে ১৯২১ চনত কাৰাবন্দীৰ সংখ্যা ১১৮ জন আৰু ১৯৩০ চনত ৮৩ জন আছিল। ১৯৪২ চনৰ গণ বিপ্লৱত এই সংখ্যা ৩১৭ জনলৈ বৃদ্ধি পাইছিল। তাৰ বাহিৰেও শ, শ দেশ প্ৰেমিক লোকে স্বেচ্ছাতে কাৰাবৰণ কৰিছিল; কিন্তু কাৰাগাৰত ঠাইৰ অকুলন হোৱাত তেওঁলোকক দুই/এৰাতি ৰাখি এৰি দিছিল। সামগ্ৰিক ভাৱে আৰু আঞ্চলিক ভিত্তিত বৰপেটা, বজালী আৰু বৰনগৰ, এই তিনিওটা অঞ্চলত ৰাজনৈতিক নিৰ্য্যাতিত লোকৰ সংখ্যা প্ৰায় সমান বুলি কৰ পাৰি।

| | ১৯২১ চন | ১৯৩০ চন | ১৯৪২ চন | | সৰ্বমুঠ |
|---|---|---|---|---|---|
| বৰপেটা ... | ৫৪ | ৬২ | ৬৫ | = | ১৮১ জন |
| বজালী ... | ৪৫ | ১১ | ১২১ | = | ১৭৭ " |
| বৰনগৰ ... | ১৯ | ১০ | ১৩১ | = | ১৬০ " |

খজুৰা অসমীয়া লোকৰ উপৰিও এই গণ আন্দোলনে বহুজন সংখ্যক বড়ো জনজাতিৰ লোকক আকৃষ্ট কৰিছিল আৰু তেওঁলোকে দেশ-মাতৃকাৰ কাৰণে অশেষ নিৰ্যাতন ভোগ কৰিছিল। তেওঁলোকৰ বেছি ভাগেই খাৰিজা বিজনী মৌজাৰ বাসিন্দা আছিল।

অসমৰ মুক্তি-যুঁজাৰুৰ ভিতৰত বৰপেটাৰ দুজন যুৱক বীৰৰ নাম চিৰ স্মৰণীয় হৈ ভাৰতৰ স্বাধীনতাৰ বুৰঞ্জীত সোণালী আখৰেৰে জিলিকি থাকিব। তেওঁলোক আছিল সাদেৰী গাওঁৰ মদন চন্দ্ৰ বৰ্মণ আৰু ৰাউতা ৰাম কোচ। দুয়োজনে "ভাৰত ত্যাগ" আন্দোলনত নিজৰ জীৱন আহুতি দিছিল। ১৯৪২ চনৰ ২৫ আগষ্টৰ দিনাখন কাহাৰপাৰা গাওঁত অনুষ্ঠিত এখন ৰাজহুৱা সভাত পুলিচে গিৰিশচন্দ্ৰ চৌধুৰী প্ৰমুখ্যে কেইজনমান নেতৃস্থানীয় লোকক গ্ৰেপ্তাৰ কৰি পাটাছাৰকুছি থানালৈ লৈ যাওঁতে বাটত নিত্যানন্দৰ ওচৰত বিক্ষুব্ধ জনতাই পুলিচক আক্ৰমণ কৰি বন্দীলোক সকলক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰে আৰু তেতিয়া পুলিচে জনতাৰ ওপৰত গুলি চলায়। মদন বৰ্মণ আৰু ৰাউতাৰাম কোচ সেই গুলিত নিহত হয়।

মহাত্মা গান্ধীৰ সত্য, ন্যায় আৰু নিষ্ঠাৰ মহান আদৰ্শত উদ্বুদ্ধ হৈ বৰপেটাৰ বহুজন স্বদেশ-প্ৰেমী ব্যক্তি আৰু তেতিয়া কটন কলেজত পঢ়ি থকা বৰপেটীয়া ছাত্ৰই বৰপেটা কীৰ্ত্তনঘৰৰ চৌহদত সন্মিলিত হৈ গান্ধীজীৰ স্বৰাজ কাৰ্যপন্থাৰ বিভিন্ন গঠন-মূলক কাৰ্যসূচী ৰূপায়ণৰ বাবে আলোচনা কৰিছিল। এই কাৰ্য্য-সূচীত বিলাতী বস্ত্ৰ বৰ্জন, খাদী বস্ত্ৰৰ ব্যৱহাৰ, মাদক দ্ৰব্য নিবাৰণ, অস্পৃশ্যতা দূৰীকৰণ, চৰকাৰী আইন-আদালত বৰ্জন, গাওঁ পঞ্চায়তী ৰাজ স্থাপন, সাম্প্ৰদায়িক ঐক্য আদি বিষয় অন্তৰ্ভুক্ত আছিল। তাৰ লগে লগে বৰপেটাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰথম শাখা (জিলা কমিটি) গঠন হৈছিল। এইখন জিলা কংগ্ৰেছৰ সভাপতি আছিল উমেশচন্দ্ৰ ব্ৰহ্মচাৰী আৰু সম্পাদক আছিল

ধনিৰাম তালুকদাৰ। সদস্যসকলৰ ভিতৰত আছিল গনেশলাল চৌধুৰী, দেবেন্দ্ৰ নাথ উজীৰ, অক্ষয় কুমাৰ দাস, বংশীধৰ চৌধুৰী, নন্দমোহন মজুমদাৰ, গোলক পাঠক, সনাৰাম চৌধুৰী, ডাঃ জিনাৰাম দাস, বিশ্বনাথ দাস, প্ৰাণেশ্বৰ দাস ইত্যাদি।

জিলা কমিটি গঠনৰ ফলত কংগ্ৰেছৰ স্বাধীনতা আন্দোলন পূৰ্ণোদ্যমে চলিব ধৰিলে। দেশৰ শ, শ যুৱ ছাত্ৰই কংগ্ৰেছৰ স্বেচ্ছাসেৱক বাহিনীত ভৰ্ত্তি হৈ গাওঁ ভূঁয়ে স্বাধীনতা আন্দোলনৰ প্ৰচাৰ কাৰ্য্য আৰু সংগঠনৰ কামত আত্মনিয়োগ কৰিছিল। সেই সময়ত তেওঁলোকে "বন্দে মাতৰম্", "ভাৰত মাতাকী জয়", "মহাত্মা গান্ধীকী জয়", "স্বাধীন ভাৰতকী জয়" আদি ধ্বনিৰে স্বদেশ প্ৰেমৰ উদ্দীপনাময় গীত গাই জনগণক অনুপ্ৰাণিত কৰি ফুৰিছিল। স্বাধীনতা আন্দোলনৰ আগ ভাগত স্বেচ্ছাসেৱক সকলে গাইছিল -

(১)

সৌ যে উৰিছে স্বৰাজ নিচান,
উন্নত শিৰে হোৱা আগুৱান।
জাগিছে বঙ্গ, মগধ-কলিঙ্গ, গুজৰাট বিহাৰ আৰু
উৰিষ্যা ইত্যাদি (ৰচক কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ)

(২)

বলা ভাই! আগুৱাই
অতি উচ্চ, অতি উন্নত, অতি সুন্দৰ ঠাই।
সকলো তৃপ্তি মুগ্ধ কৰিছে, সৌ যে ধুনীয়া দেশ,
প্ৰীতি-প্ৰেমালোক, ধৌত-ধৱল উজ্জ্বল অনিমেশ (ইত্যাদি)

(ৰচক অম্বিকাগিৰী ৰায় চৌধুৰী)

অম্বিকাগিৰীৰ তেজ উতলোৱা জাতীয় সঙ্গীতৰ সুৰে বন্দী-নিৰ্বন্দী সকলোৰে প্ৰাণত সঞ্জীৱনী শক্তি সঞ্চাৰ কৰিছিল। তেওঁৰ

ৰচিত "আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰ-নাৰায়ণ ৰূপ" গীতটি ইয়াৰ ভাব-ভাষা-সুৰৰ গাম্ভীৰ্য, মাধুৰ্য আৰু সম্মোহিনী গুণে বিশ্বৰ ভিতৰতে এটি শ্ৰেষ্ঠ উদ্বোধনী সঙ্গীত বুলি বিবেচিত হবৰ যোগ্য।

১৯৪২ চনৰ চূড়ান্ত "ভাৰত ত্যাগ" আন্দোলনত বিশেষকৈ ৰূপকোঁৱৰ বিপ্লৱী-শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালা ৰচিত স্বদেশ প্ৰেম-মূলক গীতবোৰে অসমৰ ডেকা-গাভৰু সকলক অনুপ্ৰাণিত কৰিছিল। কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি তেওঁলোকে গাই ফুৰিছিল—

(ক) লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই ···· ইত্যাদি।

(খ) বিশ্ব বিজয়ী নও-জোৱান, বিশ্ব-বিজয়ী নও-জোৱান,
শক্তিশালী ভাৰতৰ
ওলাই আহা, ওলাই আহা, সন্তান তুমি বিপ্লৱৰ ইত্যাদি।

(গ) গাওঁৰ ল'ৰা গাঁৱে গাঁৱে বস্তি জ্বলাই যাওঁ আমি
গাওঁৰ ল'ৰা ··· ··· ইত্যাদি।

১৯২১-২২ চনৰ অহিংস অসহযোগ আন্দোলনৰ গুৰি ধৰোঁতা সকলৰ ভিতৰত আছিল ধনিৰাম তালুকদাৰ, দেবেন্দ্ৰ উজিৰ, গনেশলাল চৌধুৰী, মোহনলাল চৌধুৰী, বসন্ত কুমাৰ ওজা, প্ৰাণেশ্বৰ দাস, অম্বিকাগিৰী ৰায় চৌধুৰী, বৰনগৰৰ নন্দমোহন মজুমদাৰ, বজালীৰ ডাঃ জিনাৰাম দাস, কেশৱলাল দাস, চেঙাৰ গোলক পাঠক, সুন্দৰীদিয়াৰ কন্দৰ্প কুমাৰ বৰুৱা আৰু বহুতো নিষ্ঠাবান কৰ্মী। ডাক্তৰ জিনাৰাম দাস, চব-ডেপুটি কালেক্টৰ হৰিপ্ৰসাদ দাস (ব্ৰহ্মচাৰী), স্কুল চাব-ইন্‌সপেক্টৰ ভাৰত চন্দ্ৰ দাস আৰু কেবাজনো চাকৰিয়ালে তেওঁলোকৰ চৰকাৰী পদ ইস্তাফা দি স্বাধীনতা সংগ্ৰামত জপিয়াই পৰিছিল। বহুজন আইনজীৱীয়ে আদালত বৰ্জন কৰি ওকালতি এৰি দিছিল। ছাত্ৰসকলেও স্কুল-কলেজ বৰ্জন কৰি এই আন্দোলনত

যোগ দিছিল। স্বাধীনতাৰ এই আন্দোলন ব্যৰ্থ কৰিবলৈ ইংৰাজ চৰকাৰে দমন নীতিৰ প্ৰশ্ৰয় লৈছিল। বৰপেটাৰ সকলো অঞ্চলত পুলিচৰ ধৰ-পাকৰ আৰম্ভ হৈছিল আৰু বহুতো কংগ্ৰেছ নেতা আৰু স্বেচ্ছাসেৱক কাৰাৰুদ্ধ হৈছিল। এই বছৰতে মহাত্মা গান্ধী পোন প্ৰথমবাৰ অসমলৈ আহিছিল আৰু সৰভোগত নামি বিপুল জনতাৰ আগত ভাষণ দিছিল।

১৯২৯ চনৰ জৱাহৰলাল নেহৰুৰ নেতৃত্বত লাহোৰত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত পূৰ্ণ স্বাধীনতাই কংগ্ৰেছৰ লক্ষ্য বুলি প্ৰস্তাৱ গৃহীত হৈছিল। সেইমতে ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা সমগ্ৰ ভাৰতবৰ্ষৰ লগতে বৰপেটাতো পোন প্ৰথমবাৰৰ বাবে স্বাধীনতা দিৱস পালন কৰা হৈছিল। তেতিয়াৰ পৰা স্বাধীনতা সংগ্ৰামৰ দ্বিতীয় পৰ্যায় আৰম্ভ হৈছিল। ১৯২০-২১ চনৰ নিচিনাকৈ এই আন্দোলনত বৰপেটা চহৰ আৰু গ্ৰাম্যাঞ্চলৰ যুৱ-ছাত্ৰসকলে আগ ভাগ লৈ চৰকাৰৰ পক্ষৰ পৰা নানা ধৰণৰ নিৰ্য্যাতন ভোগ কৰিছিল। আন্দোলন দমন কৰিবলৈ ইংৰাজ চৰকাৰে নানা বুদ্ধি-কৌশল সাজিছিল। তেতিয়াৰ অসমৰ শিক্ষাধিকাৰ কানিংহাম চাহাবে এখন চাৰ্কুলাৰ জাৰি কৰিলে যে, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকসকলে কংগ্ৰেছৰ আন্দোলনত যোগ নিদিব বুলি প্ৰতিজ্ঞা-পত্ৰ লিখি দিলেহে ছাত্ৰ-ছাত্ৰীক চৰকাৰী স্কুলত পঢ়িবলৈ দিয়া হব। এনেকুৱা চাৰ্কুলাৰত ক্ষুব্ধ হৈ ছাত্ৰ-ছাত্ৰীসকলে চৰকাৰী হাইস্কুলৰ সমুখত পিকেটিং আৰম্ভ কৰিলে। তাৰ লগতে চৰকাৰৰ গাঞ্জা-মদৰ দোকানৰ আগতো পিকেটিং চলিল। এনেকুৱা কাৰ্য্যত চৰকাৰে আন্দোলনত যোগদানকাৰী যুৱ-ছাত্ৰসকলক অপৰাধী সাব্যস্ত কৰি জেল, জৰিমনা, বেতৰ কোব আদি শাস্তি বিহিবলৈ ধৰিলে। তেতিয়াৰ বৰপেটা চহৰৰ একমাত্ৰ চৰকাৰী হাইস্কুলখনৰ পৰা ওলাই অহা ছাত্ৰসকলৰ

পঢাশুনা অব্যাহত ৰখাৰ উদ্দেশ্যে বৰপেটাৰ নেতৃস্থানীয় বিদ্যানুৰাগী পুৰুষৰ প্ৰচেষ্টাত বৰপেটা চহৰত ১৯৩০ চনৰ ২৮ আগষ্ট তাৰিখত বৰপেটা বিদ্যাপীঠ নামৰ এটি জাতীয় শিক্ষাৰ অনুষ্ঠান গঢ়ি উঠে।

স্বাধীনতা দিৱস পালনৰ লগে লগে সমগ্ৰ বৰপেটা মহকুমা সঞ্জীবিত হৈ উঠিছিল। ত্যাগী আৰু নিষ্ঠাবান কৰ্মীসকলে গান্ধীজীৰ বিভিন্ন কাৰ্য-সূচী ৰূপায়িত কৰিবলৈ গাঁৱে ভূঁয়ে সোমাই পৰিল। এই অহিংস অসহযোগ আন্দোলন পৰিচালনা কৰা আগশাৰীৰ নেতাসকলৰ ভিতৰত আছিল অক্ষয় কুমাৰ দাস, মহেন্দ্ৰ মোহন চৌধুৰী, মধুসূদন দাস, উপেন্দ্ৰ চন্দ্ৰ দাস, দেবেন্দ্ৰ শৰ্মা, নৰনাৰায়ণ গোস্বামী, কবিৰাজ ঘনশ্যাম দাস, চন্দ্ৰপ্ৰভা শইকীয়ানী ইত্যাদি। অতি কম সময়ৰ ভিতৰতে চৰকাৰে তেওঁলোকক কাৰাবন্দী কৰি ৰাখিছিল।

কঠোৰ দমন-নীতি স্বত্তেও ইংৰাজে কংগ্ৰেছৰ স্বাধীনতা আন্দোলন মষিমূৰ কৰিব নোৱাৰি সাম্প্ৰদায়িক ৰাজনীতিৰ প্ৰশ্ৰয় ললে আৰু সাম্প্ৰদায়িক সংগঠনসমূহক উচটাই দি জনসাধাৰণৰ মাজত বিভেদৰ সৃষ্টি কৰিলে। ফল স্বৰূপে দেশৰ আন ঠাইৰ নিচিনাকৈ বৰপেটা মহকুমাতো ১৯৩৪-৩৫ চন মানৰ পৰা "মুছলিম লীগ" নামৰ বিভেদকামী ৰাজনৈতিক সংগঠনটোৰ শাখা স্থাপিত হয় আৰু ই অসমৰ একাংশ মুছলমান সম্প্ৰদায়ৰ লোকক ক্ৰমান্বয়ে জাতীয় ঐক্যৰ ঘাই সুঁতিৰ পৰা আঁতৰাই নিবলৈ ধৰে। মুছলীম লীগে হিন্দু-মুছলমানৰ মাজত অনৈক্য আৰু অশান্তিৰ সৃষ্টি কৰিলে— ঠায়ে ঠায়ে সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত হ'ল। লীগ আৰু তেওঁলোকৰ সমৰ্থিত চৰকাৰৰ উচটনিত পূৰ্ব বঙ্গৰ (এতিয়াৰ বাংলাদেশ) পৰা হেজাৰ হেজাৰ পমুৱা মুছলমানৰ প্ৰব্ৰজন আৰম্ভ হয়। তেওঁলোক আহি বৰপেটা, মঙ্গলদৈ, নগাওঁ

অঞ্চলৰ পতিত মাটি আৰু গো-ম'হৰ ৰিজাৰ্ভবিলাক বেদখল কৰি পেলালে।

এনে সময়তে ১৯৩৪ চনৰ এপ্ৰিল মাহত মহাত্মা গান্ধী সংগঠনৰ কামত দ্বিতীয় বাৰলৈ অসমলৈ আহে। তেওঁ বৰপেটা চহৰৰ পূৱে নখান্দা নদীৰ পাৰৰ মুকলি পথাৰত (এতিয়া গান্ধী ময়দান বুলি জনাজাত) বিপুল জনতাৰ সমুখত হিন্দীত ভাষণ দিছিল। গান্ধীজীৰ বক্তৃতা অসমীয়ালৈ ভাঙনি কৰি শুনাইছিল গড়মূৰ সত্ৰাধিকাৰ দেশপ্ৰাণ স্বৰ্গীয় পীতাম্বৰ দেৱ গোস্বামীয়ে। গান্ধীজীৰ লগত আহিছিল ৰাজকুমাৰী অমৃত কৌৰ। গান্ধীজীৰ আহ্বানত সভাত উপস্থিত থকা মহিলাসকলে গাৰ পৰা একোপাত সোণৰ অলংকাৰ খুলি হৰিজন সেৱক সংঘৰ কামৰ কাৰণে উৎসৰ্গা কৰিছিল। স্বেচ্ছাসেৱক বাহিনীয়ে তেওঁলোকৰ অধিনায়ক মোহনলাল চৌধুৰীৰ পৰিচালনাত গোৱা দেশ-প্ৰেমৰ গীতৰ সুৰ আজিও কেতিয়াবা যেন ৰিণিকি ৰিণিকি গান্ধী ময়দানৰ পৰা বতাহত উটি আহে। তেতিয়া ত্যাগ আৰু নিষ্ঠাৰ যুগ আছিল। দুখ-ক্লেশ-নিৰ্যাতন তেওঁলোকৰ জীৱনৰ সহচৰ হৈ পৰিছিল। ....গান্ধীজীৰ ভ্ৰমণত সমগ্ৰ অসম জুৰি কংগ্ৰেছৰ স্বাধীনতা আন্দোলন পুনৰ সঞ্জীৱিত হৈ উঠে। ইংৰাজ শাসকসকলে ভাৰতীয় জনগণৰ আশা-আকাঙ্খা আৰু আন্দোলনৰ গুৰুত্ব উপলব্ধি কৰি ১৯৩৫ চনত Govt. of India Act, 1935 নামৰ এখন আইন প্ৰবৰ্ত্তন কৰি ভাৰতত যুক্তৰাষ্ট্ৰীয় শাসন ব্যৱস্থাৰ কথা ঘোষণা কৰিছিল আৰু সেই অৰ্থে প্ৰদেশবিলাকত স্বায়ত্ত শাসন দিয়াৰ যো-জা কৰিছিল। তদনুযায়ী ১৯৩৭ চনৰ এপ্ৰিল মাহত ভাৰতৰ অইন প্ৰদেশৰ লগতে অসমতো নিৰ্বাচন পতা হৈছিল। অৱশ্যে এই নিৰ্বাচন আজিকালিৰ দৰে প্ৰাপ্ত বয়স্ক সকলো ভাৰতীয় নাগৰিকৰ ভোটাধিকাৰৰ ভিত্তিত অনুষ্ঠিত হোৱা নাছিল। কিছুমান চৰ্ত্ত

সাপেক্ষে সীমিত সংখ্যক নির্বাচকেহে ভোট দিব পাৰিছিল। তাতে আকৌ হিন্দু, মুছলমান, জনজাতি আৰু বিভিন্ন স্বাৰ্থৰ লোকৰ বাবে সুকীয়া আসনৰ ব্যৱস্থা কৰা হৈছিল। বৃটিছৰ প্ৰৰোচনাত অসমত সংখ্যালঘু হোৱা স্বত্তেও মুছলিম লীগে মন্ত্ৰীসভা গঠন কৰিছিল। এই সুযোগতে লীগে অসমখন পাকিস্তানৰ অন্তৰ্ভূক্ত কৰিবলৈ কূট কৌশল অৱলম্বন কৰিছিল। গোৱালপাৰা, দৰং, নগাওঁ জিলাৰ নিচিনাকৈ বৰপেটা মহকুমাতো চন পৰি থকা মাটিবোৰ দখল কৰিবলৈ আৰু জনসংখ্যা বৃদ্ধি কৰিবলৈ পূৰ্ব বঙ্গদেশৰ মৈমনসিং, ৰংপুৰ আদি জিলাৰ পৰা অগণন মুছলমান লোকক মাতি আনে। তাৰ ফলত অসমৰ বহু ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি হয় আৰু অসমীয়া সমাজৰ গাউঁলিযুগীয়া ঐক্য আৰু সম্প্ৰীতিৰ বাতাবৰণ বিনষ্ট হবলৈ ধৰে। এনে সময়তে ১৯৩৭ চনত পণ্ডিত জৱাহৰলাল নেহৰু পোন প্ৰথম বাৰৰ বাবে বৰপেটা চহৰলৈ আহিছিল আৰু পৌৰ সভাৰ খেল পথাৰত বিৰাট জনতাৰ আগত তেজস্বিনী ভাষণ দিছিল। তাৰ পাছত ১৯৩৮ চনত কংগ্ৰেছৰ সভাপতি নেতাজী সুভাষচন্দ্ৰ বসু অসমলৈ আহি চাঁৰ ছাদুল্লাৰ মুছলিম লীগ মন্ত্ৰীসভা ওফৰাই গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ কোৱালিচন মন্ত্ৰীসভা গঠন কৰিছিল ১৯ চেপ্তেম্বৰ তাৰিখত। তেখেতে সৰভোগ ৰেল ষ্টেচনত কম্পেৰ্টমেণ্টৰ জিৰণি লওঁতে বৰপেটা বিদ্যাপীঠৰ বহুজন ছাত্ৰ কৰ্মী খোজ কাঢ়ি গৈ বসুক সাক্ষাত কৰি মাল্যাৰ্পণ কৰিছিল। ইয়াৰ ঠিক এবছৰ পাছত বিশ্বত এটি সুদূৰ-প্ৰসাৰী ঘটনা ঘটিল, যিয়ে ভাৰতৰ স্বাধীনতাৰ পথ সুগম কৰি তুলিলে। ১৯৩৯ চনৰ পহিলা চেপ্তেম্বৰত জাৰ্মানীয়ে পোলাণ্ড আক্ৰমণ কৰিছিল। ইংৰাজ-ফৰাছী মিত্ৰ-শক্তিয়ে পূৰ্বৰ চুক্তি অনুসৰি পোলেণ্ডৰ সাহায্যত জাৰ্মানীৰ বিৰুদ্ধে ৩ চেপ্তেম্বৰত যুদ্ধ ঘোষণা কৰিলত ইউৰোপত

দ্বিতীয় মহাসমৰৰ জুই জ্বলি উঠিছিল। ভাৰতৰ দৰে বৃটিছ সাম্ৰাজ্যৰ আন আন দেশবোৰো স্বাভাৱিকতে যুদ্ধত লিপ্ত হৈ পৰিছিল। কংগ্ৰেছে এই যুদ্ধত বৃটিছক ধনে-জনে সহায় নকৰিবলৈ সিদ্ধান্ত লৈছিল আৰু সেই মৰ্মে ১৯৪২ চনৰ আগষ্ট মাহত গান্ধীজীৰ পৰামৰ্শ আৰু অনুপ্ৰেৰণাত কংগ্ৰেছে "ভাৰত ত্যাগ কৰা" মন্ত্ৰেৰে বিপ্লৱ আৰম্ভ কৰিছিল। এই গণ বিপ্লৱত অসমৰ আন আন অংশৰ নিচিনাকৈ বৰপেটাও উদ্দীপ্ত হৈ উঠিছিল। আগষ্ট মাহৰ ৯ তাৰিখে জাতীয় কংগ্ৰেছ আৰু ইয়াৰ সকলো শাখা-প্ৰশাখা বে-আইনী বুলি চৰকাৰে ঘোষণা কৰিলে আৰু কংগ্ৰেছৰ মূখ্য নেতৃবৃন্দক কাৰাগাৰত আটক কৰি ৰাখিলে। তেতিয়া আন নেতাসকলে আত্মগোপন কৰি বিপ্লৱ পৰিচালনা কৰি প্ৰয়োজন বোধে হিংসাত্মক কাৰ্য-কলাপত নামি পৰিল। বিপ্লৱীসকলে পুলিচথানা, ডাকঘৰ, চৰকাৰী কাৰ্যালয় আদি আক্ৰমণ কৰিছিল। সৈন্য, যুদ্ধৰ ৰচদ-পাতি কঢ়িয়াই নিয়া ৰেলগাড়ী আদি লাইনচ্যুত কৰি অশেষ ক্ষতি সাধন কৰিছিল। বাট-পথত প্ৰতিবন্ধকৰ সৃষ্টি কৰি দলংবোৰ পুৰি পেলাইছিল। ভাৰতৰ সৈন্যবাহিনীত যোগ নিদিবলৈ আৰু বৃটিছৰ সমৰ প্ৰচেষ্টাত সৰ্বপ্ৰকাৰ বিঘিনি দিবলৈ কংগ্ৰেছৰ কৰ্মীসকলে গোপনে প্ৰচাৰ কাৰ্য কৰিছিল। বৰপেটাৰ অক্ষয় কুমাৰ দাস, ঘনশ্যাম দাস, মহেন্দ্ৰ মোহন চৌধুৰী, মধুসূদন দাস; বজালীৰ কামেশ্বৰ দাস, ডাঃ জিনাৰাম দাস ; ভৱানীপুৰৰ ধৰণীধৰ চৌধুৰী, চেঙাৰ গোলোক পাঠক ; ৰৰনগৰৰ নন্দমোহন মজুমদাৰ প্ৰমুখ্যে বহুত নেতাক গ্ৰেপ্তাৰ কৰি কাৰাবন্দী কৰিলেও আন্দোলন দমন কৰিব নোৱাৰিলে। ৰৰনগৰত শিল্পী ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত বিপ্লৱীসকলে বেকী নদীৰ পাৰত ইংৰাজ চৰকাৰে সাজিবলৈ ধৰা বিমান ঘাটিতো ২৬ আগষ্টৰ মাজনিশা আক্ৰমণ কৰি পুৰি পেলায়। আন্দোলনৰ কামত তাৰাবাৰীৰ পৰা উভটি আহোঁতে আমি ৰাতি

ঘাটত শিলাৰ পৰা পশ্চিম আকাশত সেই জুইৰ প্ৰচণ্ড শিখা দেখিবলৈ পাইছিলোঁ। বৰনগৰীয়া ৰাইজে পাইকাৰী জৰিমনা আৰু নানা শাস্তি ভোগ কৰিব লাগিছিল। বজালীতো ৰাইজে পঞ্চায়তৰ যোগেদি জাতীয় চৰকাৰ গঠন কৰি চৰকাৰক খাজনা পাটি দিয়া বন্ধ কৰিছিল। মহিলা আন্দোলনকাৰী সকলে পাটাছাৰকুছি থানা আক্ৰমণ কৰি জাতীয় কংগ্ৰেছৰ পতাকা উত্তোলন কৰিছিল।

১৯৪২ ছনৰ গণ-বিপ্লৱ দেখি বৃটিছ চৰকাৰে ঘাৰকৈয়ে উপলব্ধি কৰিব পাৰিলে যে, বন্দুক আৰু সঙ্গীনেৰে ভাৰতীয়ৰ আশা-আকাংক্ষা দমন কৰি ৰখাটো সম্ভৱ আৰু উচিত নহয়। যুদ্ধৰ আৰম্ভৰ পৰাই এই বৃটিছ চৰকাৰে তেওঁলোকৰ বিবিধ প্ৰচাৰ-মাধ্যমেৰে দিনে-নিশাই ঘোষণা কৰিছিল যে, জগতৰ সকলো জাতিৰ মুক্তিলাভ আৰু আত্মনিয়ন্ত্ৰণেই তেওঁলোকৰ লক্ষ্য আৰু উদ্দেশ্য। এনে স্থলত এখন দেশক পৰাধীন কৰি ৰাখিব খুজিলে তেওঁলোকৰ জাতীয় মৰ্যাদা আৰু ৰাজনৈতিক সততা থাকিব ক'ত? ১৯৪৩-৭৪ ছনৰ পৰা ইউৰোপ, এচিয়া আৰু আফ্ৰিকাৰ ৰণাঙ্গনত জাৰ্মান-ইটালী-জাপান অক্ষ-শক্তিক (axispower) পৰাভূত কৰি মিত্ৰশক্তি বিজয়-গৌৰৱ অৰ্জন কৰিলে। ১৯৪৫ ছনত ইংলণ্ডত শ্ৰমিকদল ক্ষমতালৈ আহিল। তেওঁলোকে অবিলম্বে ভাৰতীয় ৰাজনৈতিক নেতৃবৰ্গৰ লগত আলোচনাত বহিল। অৱশেষত বৃটিশ চৰকাৰে পাৰ্লিয়ামেণ্টত Indian 'Independence Act, 1947' বিলখন গ্ৰহণ কৰি ভাৰত উপমহাদেশ খনক ভাৰত আৰু পাকিস্তান নামেৰে দুখন স্বকীয়া ৰাষ্ট্ৰত বিভক্ত কৰি স্বাধীনতা প্ৰদান কৰে। সেইমতে ১৯৪৭ ছনৰ ১৫ আগষ্টৰ পৰা ভাৰত এখন স্বাধীন ৰাষ্ট্ৰ হয়। ১৯৪৭ ছনৰ ১৪ আগষ্টৰ মাজনিশা স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে তেতিয়াৰ সংবিধান

সভাত ( Constituent Asscmbly ) দিয়া ভাষণত কৈছিল— "At the stroke of mid-night hours, when the world sleeps, India awakes to life and freedom." ( মাজনিশাৰ ঘণ্টাবোৰ বাজি উঠিলে, যেতিয়া জগতখন শুই থাকে, তেতিয়া ভাৰত মুক্ত জীৱনলৈ সাৰ পাব। )

---

# সপ্তম অধ্যায়

## জাতি, ধৰ্ম আৰু ভাষা

বৰপেটা অঞ্চলৰ আদিম অধিবাসী হ'ল বড়ো জাতিৰ লোক। ভোট-বৰ্মী ( Tibeto-Burman ) ভাষা গোষ্ঠীৰ বড়ো ভাষা এওঁলোকৰ মাতৃভাষা। আৰ্য জাতিৰ লোকৰ অনুপ্ৰৱেশৰ আগলৈকে বৰপেটা অঞ্চলত বড়ো ভাষা প্ৰচলিত আছিল। অসমৰ আন ঠাইৰ নিচিনাকৈ বৰপেটাতো আদিতে ঠাইৰ আৰু নদ-নদীৰ নাম বড়ো ভাষাত আছিল। কিছুমানত অষ্ট্ৰিকৰো প্ৰভাৱ পৰিছিল। সেই নামবোৰ ক্ৰমে আৰ্যীকৰণ (সংস্কৃতীয়) হয় বুলি ভাষা-তত্ত্ববিদ ড° বাণীকান্ত কাকতিয়ে মত পোষণ কৰিছিল। অনুমান খৃষ্টীয় শতিকাৰ আৰম্ভতে উত্তৰ ভাৰতৰ গঙ্গা উপত্যকা অতিক্ৰম কৰি আৰ্য গোষ্ঠীৰ লোক ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰিছিল। গতিকে তেতিয়াৰ পৰা বৰপেটা খণ্ডতো আৰ্য বসতি আৰম্ভ হৈছিল বুলি অনুমান হয়। আৰ্য সভ্যতা বিস্তাৰৰ লগে লগে আৰ্য ভাষা আৰু সংস্কৃতি বৰপেটা অঞ্চলত সোমাই পৰিছিল। কিছুমান ঐতিহাসিক পণ্ডিতে আকৌ বৈদিক যুগৰ সময়তে কামৰূপত আৰ্যৰ উপনিবেশ স্থাপিত হৈছিল বুলি কব খোজে। সপ্তম শতিকাত অসমলৈ অহা চীনা পৰিব্ৰাজক হিউৱেনচাঙে পুৰণি কামৰূপৰ ভাষা মধ্য ভাৰতৰ (মগধ) ভাষাৰ পৰা সামান্য পৃথক বুলি লিখি থৈ গৈছে। এই কথাকে ভিত্তি কৰি ড° গ্ৰীয়াৰ্ছ'ন প্ৰমুখ্যে প্ৰখ্যাত ভাষা-বিজ্ঞানী সকলে সিদ্ধান্ত লৈছে যে, মাগধী প্ৰাকৃতৰ পৰা পুৰণি কামৰূপ ৰাজ্যত কামৰূপীয় অপভ্ৰংশ ভাষা এটাৰ সৃষ্টি হৈছিল। অসমৰ স্থানীয় জনগোষ্ঠীয় ভাষাৰ লগত এই অপভ্ৰংশৰ সংমিশ্ৰণ হৈ কালক্ৰমত অসমীয়া ভাষালৈ ৰূপান্তৰিত

হয়। এই বিষয়ত পূৰ্বতে পণ্ডিত সকলৰ ভিন্ন ভিন্ন মত থকা দেখা যায়। ভেৰিয়াৰ নৃতত্ত্ববিদ সকলে বৈদিক যুগৰো আগতে মধ্য এচিয়াৰ পৰা হিমালয় পৰ্বত অতিক্ৰম কৰি এদল আলপাইন গোষ্ঠীৰ লোকে আহি উত্তৰ-পূৱেদি অসমত প্ৰৱেশ কৰিছিল বুলি মত প্ৰকাশ কৰিছিল। ভাৰত চৰকাৰৰ ১৯৩১ চনৰ লোক পিয়লৰ কমিছনাৰ ডঃ হাট্টনে ড হৰ্ণলেৰ (Hoernle) সূত্ৰ সমৰ্থন কৰি কয় যে বৈদিক যুগৰ পাছতহে ইৰাণ দেশৰ পৰা আৰু এটা আৰ্য্য-গোষ্ঠীৰ দল হিমালয় পৰ্বতৰ পাদদেশেদি আহি অসম আৰু উৰিষ্যাত সোমাইছিল। সেই সকল লোকে অসমৰ একেবাৰে উত্তৰ পূৱ চুকত বৰ্ত্তমানৰ অৰুণাচল প্ৰদেশত এখন উপনিবেশ স্থাপন কৰিছিল। এই আৰ্য আলপাইন সকলে ইণ্ডো-ইৰাণীয় ভাষা গোটৰ Dardic (দৰ্দীয়) অথবা Pisacha (পিশাচ) উপ-শাখাৰ এটা আৰ্য ভাষা কৈছিল। এই সকল পণ্ডিতে এই আৰ্য ভাষাৰ লগত সংস্কৃততকৈ অসমীয়াৰ বেছি সাদৃশ্য থকা বুলি মত প্ৰকাশ কৰিছে। তেওঁলোকৰ বংশৰ পৰাই অৱশেষত অসমত কলিতা জাতিৰ উৎপত্তি হয় আৰু সেই সময়ৰ কলিতাসকলৰ কথিত ভাষাই অসমীয়া ভাষাৰ আদি ৰূপ বুলি কোৱা হয় (১)। গেইট চাহাব, কনকলাল বৰুৱা প্ৰমুখ্য বুৰঞ্জীবিদ সকলে অনুৰূপ মতকে প্ৰকাশ কৰিছে। বৰ্ত্তমান অৰুণাচল প্ৰদেশৰ মিৰি পৰ্বতৰ মাজৰ সমতল ভূমিত এইসকল কলিতাৰ এখন দেশ আছিল। উপেন্দ্ৰ লেখাৰুৰ দ্বাৰা সম্পাদিত কথা-গুৰুচৰিত মতে ভৱানীপুৰীয়া গোপাল আতাৰ উপৰি পুৰুষসকল এই দেশৰ অধিবাসী আছিল। তেৰাৰ বংশাৱলীত

---

(১) ডঃ মহেশ্বৰ নেওগ সম্পাদিত কনকলাল বৰুৱাৰ "Studies in the Early History of Assam." পৃষ্ঠা ২৬ আৰু ১৮৪। পৰবৰ্ত্তী কালৰ নৃতত্ত্ববিদ সকলে অসমৰ জন-সমষ্টি গঠন সম্পৰ্কীয় আগৰ মত খণ্ডন কৰি নতুন তথ্য প্ৰকাশ কৰিছে।

এনেদৰে আছে—"আদি কলিতা দেশত চেকখামহাটঞ্জী নৈ গ্ৰামে কলা কলিতা" ইত্যাদি। সাম্প্ৰতিক কালত পুৰাতাত্ত্বিক সকলে অৰুণাচল প্ৰদেশৰ পূব চিয়াং জিলাত খনন কৰি বহুতো হিন্দু দেৱ-দেৱীৰ মূৰ্ত্তি আৰু কিছুমান ভগ্নাৱশেষ আৱিষ্কাৰ কৰিছে। এইবোৰ ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ বুলি অনুমান কৰা হৈছে। অৰুণাচলৰ পাদদেশত তেনেকুৱা প্ৰাচীন কীৰ্ত্তি-চিহ্ন আৰু আছে। গতিকে দূৰ অতীতত এটা সুসভ্য জাতিৰ লোক (আৰ্যই হওক বা আলপাইনে হওক) বাহিৰৰ পৰা আহি অসমৰ উত্তৰ-পূব সীমান্ত ভূভাগত যে বসতি কৰিছিল, তাৰ স্পষ্ট প্ৰমাণ পোৱা গৈছে। পৰৱৰ্ত্তী কালত পৰ্বতীয়া জাতিৰ উৎপীড়নত তিষ্টিব নোৱাৰি তেওঁলোক পাহাৰৰ মাজৰ পৰা ভৈয়ামলৈ নামি আহিবলৈ বাধ্য হয় আৰু কালক্ৰমত অসম উপত্যকাত বিস্তৃত হৈ পৰে।

চতুৰ্থ শতিকাৰ পৰা দ্বাদশ শতিকালৈ কামৰূপত ৰাজত্ব কৰা হিন্দু ৰজাসকলৰ অনুগ্ৰহত ব্ৰাহ্মণ, কায়স্থ, দৈবজ্ঞ আদি উচ্চ হিন্দু জাতিৰ লোক ইয়ালৈ আহিবলৈ ধৰে। অন্যান্য হিন্দু জাতিৰ লোক যেনে কেওট, সাউ, কোচ, কৈৱৰ্ত্ত, বণিয়া, সূত্ৰাৰ, চমাৰ, চণ্ডাল, কমাৰ, কুমাৰ, নট, যুগী, তাঁতী, হীৰা, শালৈ, ধোবা, নাপিত আদি সম্প্ৰদায়ৰ বসতি বিস্তাৰ হৈ বৰপেটাৰ থলুৱা অধিবাসী হৈ পৰিছিল। এইখিনিতে এটা কথা উল্লেখ কৰিব পৰা যায় যে, ১৬৬২ ছনত মোগল সেনাপতি মিৰজুমলাৰ অসম অভিযানত অহা বুৰঞ্জী লিখক শিহাবুদ্দিন তালিশে তেওঁৰ "ফত্তেহো-ই-ইব্ৰীয়া" নামৰ গ্ৰন্থত অসমৰ লোকক দুটা শ্ৰেণীত ভগাইছিল—(ক) অসমীয়া আৰু (খ) কলিতা। পাৰ্চিয়ান সকলে অসমীয়া বোলোঁতে আহোমক বুজাইছিল। সমতলৰ অ-জনজাতীয় লোকসকলক কলিতা বুলিছিল। ইয়াৰ পৰা বুজা যায় যে, আদিতে কলিতা নামৰ এটা বৃহৎ জনগোষ্ঠী আছিল। কালক্ৰমত এই

গোষ্ঠীৰ পৰা বহুতো বৃত্তিয়াল সম্প্ৰদায়ৰ সৃষ্টি হৈছিল। আহোমসকল অসমলৈ অহা সময়ত সকলো ব্যৱসায় কলিতা সকলৰ হাতত আছিল আৰু বৃত্তি অনুসৰি তেওঁলোকক কমাৰ-কলিতা, কুমাৰ-কলিতা, নাপিত-কলিতা, সোণাৰী-কলিতা, কহাৰ-কলিতা, চমাৰ-কলিতা, নট-কলিতা, হালৈ-কলিতা আদি উপনামেৰে জনা গৈছিল (২)। পৰবৰ্ত্তী কালত এই বৃত্তিয়াল সম্প্ৰদায় বিলাক একো একোটা সুকীয়া শ্ৰেণীত বিভক্ত হয় আৰু মূল কলিতা গোষ্ঠীৰ পৰা আঁতৰি যায়।

ড° কাকতিদেৱে বৰপেটা জিলাত কথিত অসমীয়া ভাষাক প্ৰথমতে নামনিৰ উপভাষা গোষ্ঠীত দেখুৱাই পিছত কামৰূপীয় উপভাষাৰ এটা শাখাত (বৰপেটীয়া) অন্তৰ্ভূক্ত কৰিছে। শব্দৰ উচ্চাৰণ আৰু সুৰ লহৰৰ (কথা কোৱাৰ ধৰণ) বৈশিষ্ট্যৰ বিবেচনাত জিলাখনৰ কথিত ভাষাক আকৌ অঞ্চল ভিত্তিত প্ৰধানকৈ তিনিটা উপ-শাখাত ভাগ কৰা হয়। যেনে, বৰপেটা চহৰক কেন্দ্ৰ কৰি বৰপেটা-বাউসী অঞ্চল, সৰভোগ চহৰক কেন্দ্ৰ কৰি বৰনগৰ আৰু পাৰ্শ্ববৰ্ত্তী অঞ্চল আৰু পাঠশালা পাটাছাৰকুছিক কেন্দ্ৰ কৰি বজালী-সৰ্থেবাৰী অঞ্চল। লিখিত ভাষাৰ ক্ষেত্ৰত ঐক্য আৰু মিলনৰ প্ৰতীক বৰলুইতৰ নিচিনাকৈ অসমীয়া ভাষাৰ ঘাই সুঁতিটোৱে বৰপেটা ধোত কৰি আছে।

ত্ৰয়োদশ শতিকাৰ পৰা দিল্লীৰ চুলতান আৰু বঙ্গদেশৰ নৱাব সকলৰ অসম অভিযানত অহা তুৰ্কী জাতিৰ কিছু সংখ্যক মুছলমান এই অসম দেশত স্থায়ীভাৱে বসতি কৰিবলৈ ৰৈ যায়। আহোম ৰজাৰ দিনত তেওঁলোকক সকলো সম্ভৱপৰ সা-সুবিধা

(২) ড° লীলা গগৈৰ "The Buranjis-the historical literature of Assam" পৃঃ ২৪৯।

দিয়া হৈছিল। মুছলমান ধৰ্মগুৰু আৰু প্ৰচাৰক সকলক ভূমি দান কৰি সন্মান জনাইছিল। এই মুছলমান সকলৰ পৰা বহুতো আৰবী আৰু পাৰ্চী শব্দ স্থানীয় কথিত ভাষাত সোমাই অসমীয়া ভাষা চহকী কৰিছে। তেওঁলোকে অসমত বিয়া-বাৰু কৰাই স্থায়ী বাসিন্দা হৈ পৰিছিল আৰু নিজ মাতৃ ভাষা এৰি অসমীয়া ভাষা গ্ৰহণ কৰিছিল। অসমীয়াৰ সামাজিক জীৱনত এইসকল মুছলমান ধৰ্মী লোকে বহুতো অৱদান দিছিল। তাৰ ভিতৰত খাদ্যসম্ভাৰ খিচুৰি, পোলাও, আচাৰ, প্ৰসাধনৰ বস্তু আতৰ আৰু গোলাপ আৰু হাচনাহানা ফুল উল্লেখনীয়। তেওঁলোকৰ বংশধৰ সকল বৰপেটা জিলাত প্ৰধানকৈ বৰপেটা, নগাওঁ, চেঙা, সৰুক্ষেত্ৰী, ভৱানীপুৰ আৰু দমকা চকাবাউসী মৌজাত বসতি কৰিছে। স্থানীয় অসমীয়া ভাষী কিছু হিন্দুলোকেও ইচলাম ধৰ্ম অৱলম্বন কৰিছিল। এনেকুৱা দীক্ষিত লোকে তেওঁলোকৰ নামৰ আগত 'শেখ' উপাধি লৈছিল। শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰচাৰিত নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ফলত ইচলাম ধৰ্মই থলুৱা লোকক আকৃষ্ট কৰিব পৰা নাছিল। আনহাতে বহুজন মুছলমান লোকে শঙ্কৰী ধৰ্ম গ্ৰহণ কৰি সেই ধৰ্ম প্ৰচাৰত বিশিষ্ট ভূমিকা লৈছিল। তেওঁলোকৰ ভিতৰত আগতে উল্লেখ কৰা পাটবাউসীৰ চান্দসাই দৰ্জি আৰু মহগৰৰ জয়হৰি যৱন আতৈৰ নাম চৰিতপুথিত আছে। তেওঁলোকৰ অনুগামী সকলে আগ্ৰহেৰে হিন্দুৰ ধৰ্মীয় অনুষ্ঠান যেনে, নাম-প্ৰসঙ্গ আদি কাৰ্যত যোগ দিছিল। মনসা পূজাৰ ওজাপালি নৃত্য উপভোগ কৰিছিল আৰু শঙ্কৰদেৱ-মাধৱদেৱৰ গুণ প্ৰশংসা কৰি জিকিৰ গাইছিল। সেই সময়ত মুছলমান ধৰ্মী লোক আৰু অসমীয়া হিন্দু সমাজৰ সম্পৰ্ক মধুৰ আছিল।

উনৈশ শতিকাৰ শেষ ভাগৰ পৰা তেতিয়াৰ পূৰ্ববঙ্গৰ পৰা (অধুনা বাংলাদেশ) বঙলা ভাষী মুছলমান আৰু হিন্দু পমুৱা লোক

আহি বৰপেটাৰ ছন্‌ পৰি থকা হাজাৰ, হাজাৰ বিঘা মাটিত আৰু ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিবিলাকত হাবি-বননি মোকলাই বসতি আৰম্ভ কৰিছিল। ১৮৭১ খৃষ্টাব্দৰ লোকপিয়ল মতে বৰপেটা মহকুমাৰ জনসংখ্যাৰ মাত্ৰ ৪.৭ শতাংশ লোক মুছলমান আছিল। ১৯৭১ খৃষ্টাব্দত এই হাৰ ৪৯ শতাংশলৈ বৃদ্ধি পাইছিল। এইসকল লোকে নিজ ভাষাৰ উপৰিও অসমীয়া ভাষা শিকি অসমীয়া সাহিত্য-সংস্কৃতিত যথেষ্ট অৰিহণা আগ বঢ়াইছে। বৰপেটাৰ প্ৰধানকৈ উত্তৰাঞ্চলত হিন্দী ভাষী বিহাৰী আৰু মাৰোৱাৰী আৰু নেপালী ভাষী নেপালী সম্প্ৰদায়ৰ বসতি বহুদিন আগৰ পৰাই আছে। জিলাখনৰ একমাত্ৰ ফতেমাবাদ চাহ বাগানৰ আশে-পাশে চাওতাল, মুণ্ডা, ওৰাং আদি উপজাতিৰ মজতুৰ লোকৰ বসতি আছে। এওঁলোকৰ আৰু বড়ো-ৰাভা সম্প্ৰদায়ৰ বহুতে খৃষ্টান ধৰ্ম গ্ৰহণ কৰিছে। জনজাতীয় অধিবাসী সকলে তেওঁলোকৰ নিজ, নিজ মাতৃভাষাৰ উপৰিও অসমীয়া ভাষা শিকি এই ভাষাক সংযোগী ভাষা স্বৰূপে গ্ৰহণ কৰি আহিছে।

পুৰণি কামৰূপত আৰ্য্য উপনিবেশ আৰম্ভ হোৱাৰ লগে লগে বৰপেটা অঞ্চলতো শাক্ত আৰু শৈৱ ধৰ্মৰ প্ৰভাৱ বিস্তাৰিত হৈছিল। খৃষ্টীয় সপ্তম শতিকামানত বৌদ্ধ ধৰ্ম প্ৰবেশ কৰিছিল যদিও ৰাজ অনুগ্ৰহত হিন্দু শাক্ত ধৰ্মৰ পুনৰুত্থান হৈছিল। তাৰ ফলত বৌদ্ধ পন্থৰ প্ৰভাৱ একেবাৰে কমি যায় আৰু তান্ত্ৰিক পূজা, বলি-বিধান আদিয়ে সমাজত প্ৰাধান্য লাভ কৰে। বৰপেটা চহৰৰ নিকটবৰ্ত্তী শিলা গাওঁখন শাক্ত-পন্থীৰ কেন্দ্ৰস্থান আছিল। চতুৰ্দশ-পঞ্চদশ শতিকাৰ নৱ-বৈষ্ণৱ আন্দোলনৰ কাৰণে শৈৱ আৰু শাক্তবাদৰ প্ৰভাৱ কমি আহিছিল। নৱ-বৈষ্ণৱ আন্দোলনৰ আগতেও বৰপেটাত ঠাই বিশেষে হিন্দু বৈষ্ণৱ ধৰ্ম চলিছিল। বাউসী পৰগণাৰ নসত্ৰত থকা বাসুদেৱ দেৱালয় এনেকুৱা এখন বৈষ্ণৱ-পীঠ। শঙ্কৰদেৱ-

মাধৱদেৱ - হৰিদেৱ - দামোদৰদেৱৰ প্ৰচাৰিত ভাগৱতী হৰিনাম ধৰ্মই বৰপেটা তথা সমগ্ৰ অসমতে নৱযুগৰ সূচনা কৰিছিল। শঙ্কৰী যুগত হৰিনাম ধৰ্মৰ প্ৰবাহে অসমৰ বাহিৰতো সৌৰভ বিলাইছিল। মোগল সম্ৰাট আওৰঙ্গজেবৰ সেনাপতি ৰজা ৰামসিংহ অসম অভিযানত আহোঁতে সুদূৰ ৰাজস্থানত থকা তেওঁৰ মাতৃ আৰু পত্নীয়ে তেওঁক চিঠিৰে জনাইছিল যে, যিখন দেশত নাম-কীৰ্ত্তন চলি আছে, সিখন দেশৰ বিৰুদ্ধে যুদ্ধ কৰাটো অধৰ্মৰ কাম।

অসম ইংৰাজৰ অধীনলৈ অহাৰ পাছত প্ৰথম দহ বছৰ আদালতত অসমীয়া ভাষা প্ৰচলন হৈছিল; কিন্তু কিছুমান বঙালী লোকে অসমীয়া ভাষা বঙালী ভাষাৰে এটা অপভ্ৰংশ বুলি কৰা প্ৰচাৰত ইংৰাজ শাসক সকল পতিয়ন গৈ ১৮৩৬ খৃষ্টাব্দৰ পৰা অসমৰ পঢ়াশালি আৰু ৰাজ আদালতত বঙলা ভাষা প্ৰবৰ্ত্তন কৰিছিল। শাসন কাৰ্য চলাবলৈ বঙ্গদেশৰ পৰা বঙালী লোকৰ আগমন হোৱাত অসম উপত্যকাৰ আন ঠাইৰ নিচিনাকৈ বৰপেটাত বঙালী ভাষাই খোপনি পুতিছিল। খৃষ্টান পাদ্ৰী চাহাবসকল আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ অশেষ চেষ্টাত ১৮৭৪ খৃঃ ৰ ১৪ এপ্ৰিলৰ পৰা অসমীয়া ভাষা আদালত আৰু পঢ়াশালিত পুনৰ প্ৰতিষ্ঠিত হয়। ইয়াৰ লগে লগে অসমীয়া সমাজৰ পৰা বঙলা ভাষা আঁতৰি যায়।

---

# অষ্টম অধ্যায়

## সাহিত্য

পণ্ডিত সকলৰ মতে ত্ৰয়োদশ শতিকাৰ পৰা অসমীয়া সাহিত্যৰ প্ৰগতি আৰম্ভ হয় আৰু শঙ্কৰী যুগতহে পৰিপূৰ্ণতা লাভ কৰে। শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰপেটা-বাউসীত কটোৱা কালচোৱাক ভক্তি আন্দোলনৰ সম্পূৰ্ণতা লাভ আৰু তেওঁৰ পূৰ্ণতম বিকাশৰ কাল বুলি কোৱা হয় (১)। এই সময়চোৱাতে গুৰুজনে বিবিধ ৰচনা সম্ভাৰেৰে অসমীয়া ভাষা-সাহিত্যৰ সোণৰ দেউল সাজি গৈছে সাহিত্যৰ লগতে সত্ৰীয়া কলা-সংস্কৃতিৰ গৌৰৱোজ্জ্বল সৌধটি নিৰ্মাণ কৰি সত্ৰীয়া নৃত্য-গীত ভাৰতীয় ধ্ৰুপদী কলাৰ সমপৰ্যায়ত প্ৰতিষ্ঠা কৰি গৈছে।

### (১) প্ৰাক্‌শঙ্কৰী যুগ

**ডাক পুৰুষ**— অসমীয়া ভাষাৰ আদি কবি বুলি আখ্যায়িত ডাকপুৰুষ দ্বাদশ শতিকামানত বৰপেটা জিলাৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ তীৰবৰ্ত্তী লেহি দঙৰা গাওঁত উপজিছিল। "ডাকাৰ্ণৱ" নামৰ গ্ৰন্থখন অনুবাদ আৰু সম্পাদনা কৰোঁতে ড° এন. এন চৌধুৰীয়ে অনুমান কৰিছে যে, 'ডাক' কোনো ব্যক্তি বিশেষৰ নাম নহয় (২)। 'ডাক' মানে জ্ঞানী লোক আৰু এই শব্দটো তিব্বতী ভাষাৰ gdag (জ্ঞান) শব্দৰ পৰা অহা। সেইদৰে 'খনা' শব্দটোৰ অৰ্থ বিদুষী তিৰোতা

(১) মহেশ্বৰ নেওগ ৰচনাৱলী ১ম খণ্ড, পৃঃ ১১৭

(২) ড° মহেশ্বৰ নেওগ সম্পাদিত কনকলাল বৰুৱাৰ "Studies in the Early History of Assam" পৃঃ ২০৩।

তিব্বতী শব্দ Mkhan (জ্ঞানী তিৰোতা) ৰ পৰা উৎপত্তি। মহাৰাজ ৰুদ্ৰসিংহৰ ৰাজকবি কবিৰাজ চক্ৰবৰ্ত্তীৰ দ্বাৰা অসমীয়ালৈ অনুদিত 'ভাস্বতি' (Bhasvati) নামৰ জ্যোতিৰ্বিজ্ঞান বিষয়ক গ্ৰন্থখনত এই বুলি বৰ্ণিত আছে যে, গ্ৰন্থকাৰজন শ্ৰীমন্ত ডাক সৰস্বতীৰ পুত্ৰ। কনকলাল বৰুৱাৰ অনুমান মতে 'ডাক' শব্দটোৱে এটা Nick-name' ক বুজায় আৰু সৰস্বতী এটা উপাধিৰ নাম। কামৰূপী ছন্দত লিখা 'ডাকৰ বচন' সমূহ এজন যশস্বী জ্ঞানী পুৰুষৰ দ্বাৰা ৰচিত হৈছিল বুলি কব পৰা যায়। তেওঁৰ সাৰগৰ্ভ উপদেশ-বাণীৰ কাৰণে তেওঁক 'ডাক' নামটো দিয়া হৈছিল। তেওঁৰ প্ৰকৃত নামটো জনা নাযায়। ডাকৰ বচনত কৃষি, বিবাহ, সামাজিক দস্তুৰ আদি বিষয়ে উপদেশ আৰু নীতি-কথা আছে। মধ্য যুগৰ প্ৰথম ভাগত ৰচিত এই ডাকৰ বচন এতিয়াও মানুহৰ মুখে মুখে শুনা যায়। আধুনিক কালত দুই এজন বিদ্যোৎসাহী পুৰুষে ডাকৰ বচন সমূহ সংগ্ৰহ কৰি পুথি আকাৰত ছপাইছিল।

**কবি সৰস্বতী**— প্ৰাক্‌শঙ্কৰী যুগৰ প্ৰধান কবিজন আছিল কবিৰত্ন বা শ্ৰীহৰি সৰস্বতী। জন্ম বৰপেটাৰ পূৱ-দক্ষিণে শিলা গ্ৰামত। তেওঁ মহাভাৰতৰ দ্ৰোণ পৰ্ব্বৰ পৰা 'জয়দ্ৰথ বধ' ৰ পদ ৰচনা আৰু আদি পৰ্বৰ পৰা 'শকুন্তলা উপাখ্যান' আৰু 'যযাতিৰ চৰিত্ৰ' ৰচনা কৰিছিল। 'জয়দ্ৰথ বধ' ত নিজ বংশ-পৰিচয় দিওঁতে তেওঁ লিখিছে যে, তেওঁৰ পিতৃ চক্ৰপাণি শিকদাৰ কমতাৰ ৰজা ইন্দ্ৰনাৰায়ণ দেৱৰ ৰাজত্ব কালত (১৩৫০-৬৫ খৃঃ) ছোটশিলা গ্ৰামত বাস কৰিছিল। চৰিতকাৰ ৰামচৰণ ঠাকুৰ কবি সৰস্বতীৰ বংশধৰ আছিল।

## (২) শঙ্কৰী যুগ

**শ্ৰীমন্ত শঙ্কৰদেৱ**— পাটবাউসীত সুদীৰ্ঘ ১৮২ বছৰ থকা কালত এক্কুৰি সোতৰখন শাস্ত্ৰ ৰচনা কৰিছিল বুলি পাটবাউসী থানৰ ভকত-সজ্জনে কয়। ড° মহেশ্বৰ নেওগে "অসমীয়া সাহিত্যৰ ৰূপৰেখা"ত দিয়া তালিকাখনৰ লগত মিলাই গ্ৰন্থসমূহৰ নাম তলত উল্লেখ কৰা হ'ল—

(ক) ভাগৱতৰ ১ম, ২য় ৩য়, ৭ম, ৮ম, ৯ম, ১০ম, ১১শ আৰু ১২ শ স্কন্ধৰ ভাঙনি কৰি পদ;

(খ) ভাগৱতৰ পৰা কীৰ্ত্তনঘোষাৰ চৈধ্যটা অধ্যায়;

(গ) 'বলিছলন', 'অনাদি পাতন', 'কুৰুক্ষেত্ৰ', 'নিমি-নৱসিদ্ধ সংবাদ,' ৰামায়ণৰ 'উত্তৰাকাণ্ড,' ভকতি প্ৰদীপ', 'আদ্য দশম', ভক্তি-ৰত্নাকৰ';

(ঘ) 'গুণমালা' ১ম অধ্যায়, 'বৰগীত', 'তোটয়', ভটিমা';

(ঙ) নাট 'কালিয় দমন', 'কেলিগোপাল', 'ৰুক্মিণী হৰণ,' 'পাৰিজাত হৰণ', 'ৰাম-বিজয়' আৰু 'পত্নী প্ৰসাদ';

ৰামৰাম গুৰুৰ জোঁৱাই কণ্ঠভূষণে বাৰানসীৰ পৰা সংস্কৃত 'ৰত্নাৱলী' শাস্ত্ৰখন আনি পাটবাউসীত শ্ৰীমন্ত শঙ্কৰদেৱক দিয়ে। ছুটি মাত্ৰ পদ কৰোঁতে গুৰুজন ভক্তি-প্ৰেমত আপ্লুত হোৱাত মাধৱদেৱক পদ কৰিবলৈ কয়।

গুৰুজনে 'নিমি-নৱসিদ্ধ সংবাদ' পুথি ৰচনা কৰা সম্পৰ্কত কথা-গুৰুচৰিতৰ পৰা এটি অনুপম আখ্যান পাঠকৰ মনোৰঞ্জনৰ অৰ্থে তলত তুলি দিয়া হ'ল:—

এদিনাখন শঙ্কৰ গুৰুৱে মাধৱদেৱক ক'লে—"ৰবা পো, পংগু নকৰিবা শৰ, মৰাও নানিবা, জীয়াও নানিবা, শুদা হাতে নপশিবা ঘৰ। এটি কালৈ মোক নৰপংগু আনি দিয়া।" পাছ দিনা

আহিলত শুধিলে "বোলে পশু পালানে?" "বোলে বাপ, আপোনাৰ বাক্য শিৰে ধৰি আজি চাৰি নিশা নিদ্ৰা নাহিল, গুণি ভাবি বিচাৰি সপ্তদ্বীপ চৈধ ব্ৰহ্মাণ্ড, তিনি ভুবন, স্বৰ্গ, মৰ্ত্ত্য, পাতাল চালোঁ, মোত পৰে নৰাধম পশু নাপালোঁ বিচাৰি । আটাইতকৈও মএহে নৰপশু, পাপী।" শুনি গুৰুজনে নৱসিদ্ধ একাদশৰ শ্লোক ভাঙি পদ কৰিছিল। ছোট আতাৰ বাক্যত সন্তোষ হৈ প্ৰেম জৰি দ্ৰৱ হৈ উপদেশ দিছে —

তোমাৰ ভৃত্যৰ ভৃত্যৰো ভৃত্যৰ
তাৰো ভৃত্য ভৈলোঁ আমি।
মোক জগন্নাথ নকৰা অনাথ
নেৰিবা মাধৱ স্বামী॥" (৩)

**শ্ৰীশ্ৰীমাধৱদেৱ**— বৰপেটা-বাউসীত থকা কালত ৰচনা কৰা গ্ৰন্থসমূহ:

(ক) শাস্ত্ৰ-শিৰোমণি 'নামঘোষা' মহাপুৰুষ শঙ্কৰ গুৰুৰ আজ্ঞানুসৰি লিখিছিল। "বঢ়াৰ পো, তুমি গ্ৰন্থ এখন ৰচনা কৰা, তাত ব্ৰহ্মা আদি কৰি স্থাৱৰ পৰ্য্যন্ত সকলোকে ঠাই দিবা আৰু মোকো এচুকত ৰাখিবা।" (৪) সেইমতে মাধৱদেৱে নামঘোষাৰ অধিকাংশ সুন্দৰীদিয়াত ৰচনা কৰিছিল । বাকী অংশ তেৰাই ভেলা থানত সম্পূৰ্ণ কৰি সংকলন কৰিছিল। আচাৰ্য বিনোবা ভাবে এই শাস্ত্ৰখন বিশ্বৰ ভিতৰতে এখন শ্ৰেষ্ঠ ধৰ্ম-গ্ৰন্থ বুলি অভিমত প্ৰকাশ কৰিছে।

(খ) 'ভক্তি-ৰত্নাৱলী'ৰ ভাঙনি / 'আদিকাণ্ড ৰামায়ণ';

(গ) 'বৰগীত', 'ভটিমা';

---

*(৩) কথা-গুৰুচৰিত, পৃষ্ঠা ১০৪-১০৫।*

*(৪) লেখকজনাৰ 'শ্ৰীশঙ্কৰদেৱ শ্ৰীমাধৱদেৱ' (২য় সংস্কৰণ), পৃষ্ঠা ৯০।*

(ঘ) 'চোৰ ধৰা,' 'পিম্পৰা-গুচোৱা,' 'ভোজন বিহাৰ,' 'ভূমি লুটিওৱা,' অৰ্জ্জুন-ভঞ্জন' (দধিমথন) আৰু 'গোবৰ্দ্ধন-যাত্ৰা' নাট। 'কোটোৰা খেলোৱা,' 'ভূষণ হেৰুৱা' আৰু 'ৰাস ঝুমুৰা' নাট তিনিখন শ্ৰীমাধৱদেৱে সুন্দৰীদিয়াত থাকোঁতে ৰচনা কৰিছিল বুলি কিছুমানে কয় যদিও, এই বিষয়ে প্ৰামাণ্য তথ্যৰ অভাৱ আছে। এই নাটবোৰ বৰপেটাতহে ৰচনা কৰিছিল।

**শ্ৰীশ্ৰীহৰিদেৱ**— তেওঁৰ ৰচিত 'ভাগৱত ভক্তি-ৰস তৰঙ্গিণী' আৰু 'শৰণ সিদ্ধান্ত' নামৰ দুখন মূল্যবান গ্ৰন্থ অপ্ৰকাশিত অৱস্থাত বহৰি সত্ৰত আছে। গ্ৰন্থ দুখন প্ৰকাশৰ পথত বুলি জনা গৈছে।

**শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতা**— তেওঁৰ ফকৰাসমূহ অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ। বহুলা আতা বৰপেটাত থাকোঁতে ঠাকুৰ আতাই নিতৌ এটাকৈ ফকৰা তেওঁক বুজাইছিল। এনেকুৱা ফকৰাৰ সংখ্যা ৩৬০ টা মান হৈছিলগৈ। জনিযাত থাকোঁতে ঠাকুৰ আতাই প্ৰথমতে শঙ্কৰ গুৰুজনাৰ চৰিত চৰ্চা কৰিছিল।

**শ্ৰীশ্ৰীগোপালদেৱ আতা**— 'শ্ৰীকৃষ্ণৰ জন্ম-যাত্ৰা', 'নন্দোৎসৱ' আৰু 'উদ্ধৱ-সংবাদ' নাট। প্ৰসঙ্গৰ কাৰণে নিজে কেইটিমান ঘোষা ৰচনা কৰিছিল। তাকে 'বৰা ঘোষা' বোলা হয়। তেওঁ 'স্যমন্তক হৰণ' আৰু বহুতো ভক্তিমূলক গীতও ৰচনা কৰিছিল।

**অনন্ত কন্দলি**— তেওঁৰ ৰচনাৰ ভিতৰত ৰামায়ণৰ কিছুমান অংশৰ

পদ ভাঙনি, দশম স্কন্ধ ভাগৱতৰ উত্তৰাৰ্ধৰ পদ ভাঙনি, 'বৃত্ৰাসুৰ বধ,' 'কুমৰ-হৰণ' কাব্য প্ৰধান।

**ৰাম সৰস্বতী**— অসমীয়া মহাভাৰতৰ কিছুমান পৰ্ব ৰচিছিল।

**বৈকুণ্ঠনাথ ভাগৱত-ভট্টাচাৰ্য** (ভট্টদেৱ)— আধুনিক অসমীয়া গদ্য সাহিত্যৰ জনক বুলি আখ্যায়িত। 'শ্ৰীভাগৱত কথা' আৰু 'শ্ৰীগীতা কথা' অসমীয়া সাহিত্যৰ সম্পূৰ্ণৰূপে গদ্যত ৰচিত দুখনি অনুপম গ্ৰন্থ। ইয়াৰ উপৰি 'শ্ৰীমৎ ভক্তিবিবেক', 'ৰত্নাৱলী' গদ্যপুথি, 'বিষ্ণু সহস্ৰনাম', 'প্ৰসঙ্গমালা', 'গুৰু-বংশাৱলী' আদি গ্ৰন্থ ৰচনা কৰিছিল।

## (৩) শঙ্কৰোত্তৰ যুগ

**পুৰুষোত্তম ঠাকুৰ**— জনিয়াত থাকোঁতে 'নৰ-ঘোষা' পুথি, 'সন্তসাৰ' আৰু 'বুঢ়াভাষ্য' পুথি ৰচনা কৰিছিল।

শঙ্কৰোত্তৰ যুগত থান-সত্ৰ সমূহক কেন্দ্ৰ কৰি নানান সাহিত্যৰ সৃষ্টি হৈছিল। তাৰ ভিতৰত ধৰ্ম-গুৰু সকলৰ চৰিত-সাহিত্যই প্ৰধান। প্ৰথমতে ভকতসকলে মৌখিকভাৱে গুৰুসবৰ জীৱন-চৰিত চৰ্চা কৰিছিল। পাছলৈ চৰিতৰ কথাবোৰ ক্ৰমে পদ্য আৰু গদ্যত লিপিবদ্ধ হব ধৰে। তদুপৰি তেৰাসবৰ জীৱনৰ ঘটনাৱলী আভাপুৰুষ সকলৰ দিনৰ পৰাই ভকত-সজ্জনৰ মুখে, মুখে পৰম্পৰাগতভাৱে চলি আহিছে। সেইকাৰণে বহু ক্ষেত্ৰত লিখিত চৰিতৰ উপৰিও স্থানীয় থান-সত্ৰত মৌখিকভাৱে প্ৰচলিত কথা-বিৱৰণৰ ওপৰত নিৰ্ভৰ কৰি সাধুসকলে গুৰু-চৰিত চৰ্চা কৰে। উদাহৰণ স্বৰূপে শঙ্কৰদেৱৰ পাটবাউসীত অৱস্থান কাল চৰিত পুথি মতে ১৪ই বা ১৫ বছৰ বুলি উল্লেখ আছে; কিন্তু সেই থানৰ ভকতৰ মতে

গুৰুজন ১৮ই বছৰ আছিল আৰু এইটোকে মানি লোৱা হৈছে। এনেকুৱা দৃষ্টান্ত অনেক আছে। শঙ্কৰ-মাধৱ দুজনা গুৰুৰ কিছুমান পুথি ৰচনাৰ স্থান আৰু কাল সম্বন্ধেও চৰিত পুথিত বৰ্ণনাৰ অমিল থকা দেখা যায়। এই চৰিত-পুথি সমূহৰ বেচি ভাগেই বৰপেটা অঞ্চলত ৰচিত হৈছিল। সেইকাৰণে তাত বৰপেটা অঞ্চলৰ থলুৱা কথিত ভাষাৰ বহুল প্ৰয়োগ দেখা যায়।

**ৰামচৰণ ঠাকুৰ—** 'গুৰু-চৰিত' নাম দি লিখা শ্ৰীশঙ্কৰদেৱৰ এই জীৱন-চৰিতখনৰ চৰিতকাৰ আৰু ৰচনা কাল সম্বন্ধে মতভেদ থাকিলেও এইখনেই বিস্তৃত আৰু প্ৰামাণ্য চৰিতপুথি বুলি বৰপেটা বাউসীৰ ভকতে মান্য কৰে। ঠাকুৰে মোমায়েকৰ আজ্ঞামতে গুৱাগাছাত এইখন ৰচি সমাপ্ত কৰিছিল। মাধৱদেৱৰ ইচ্ছানুসৰি ৰামচৰণে বৰপেটা, বৰনগৰ, হাজো, দখিন-কূল আদি ঠাইত সিচঁৰিত হৈ থকা শ্ৰীশঙ্কৰদেৱৰ "কীৰ্ত্তন-ঘোষা"ৰ অধ্যায়বোৰ একছৰে সংগ্ৰহ কৰি শাস্ত্ৰখন সংকলন কৰিছিল। গুৰুজনৰ সংস্কৃত 'ভক্তি-ৰত্নাকৰ' শাস্ত্ৰখনৰ সহজ অসমীয়া পদ-ভাঙনি, 'কংসবধ' নাটক আদিও ৰচনা কৰিছিল। ৺হলিৰাম মহন্ত ঠাকুৰে ১৯২৫ চনত প্ৰথমতে এই গুৰু-চৰিতখন প্ৰকাশ কৰিছিল।

**দৈত্যাৰি ঠাকুৰ—** ৰামচৰণ ঠাকুৰৰ পুত্ৰ। তেওঁৰ "শঙ্কৰদেৱ মাধৱদেৱ ঈশ্বৰৰ চৰিত্ৰ" নাম দি লিখা এই চৰিতপুথি অতি মূল্যবান। এই পুথিখনত মাধৱদেৱৰ বিষয়ে বেছি বহলাই বৰ্ণনা কৰা আছে। এই চৰিতখন বেহাৰৰ মধুপুৰত লিখিছিল। এই কাৰ্যত তেওঁ প্ৰথমতে পিতৃ ৰামচৰণ

ঠাকুৰ আৰু পিছত মধুপুৰৰ প্ৰথমজনা সত্ৰীয়া বুঢ়াৰ পো গোবিন্দ আতৈৰ পৰা সহায় পাইছিল। ৺হৰিবিলাস আগৰৱালাই ১৯০০ চনত এই চৰিতখন প্ৰকাশ কৰিছিল। দৈত্যাৰিৰ আন ৰচনা হ'ল 'নৃসিংহ যাত্ৰা' আৰু 'স্যমন্ত-হৰণ' নামৰ দুখনি নাট।

**ভূষণ দ্বিজ—** জন্ম শিলা গাওঁত। জনিয়া সত্ৰত থাকোঁতে ঠাকুৰ আতাৰ ভ্ৰাতা ৰমানন্দৰ উপদেশ মতে "শঙ্কৰদেৱৰ চৰিত" ৰচনা কৰিছিল। ৺দুৰ্গাধৰ বৰকটকীয়ে প্ৰথমতে এই পুথিখন প্ৰকাশ কৰিছিল। তেওঁৰ আন ৰচনা হ'ল 'অজামিল উপাখ্যান' আৰু 'স্যমন্ত-হৰণ' নাট। পিতাৰ নাম বৈকুণ্ঠ।

**কথা গুৰুচৰিত—** বৰপেটাৰ সত্ৰীয়া চতুৰ্ভুজ মিশ্ৰৰ পৰা ড° বাণীকান্ত কাকতিয়ে সংগ্ৰহ কৰি উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ দ্বাৰা সম্পাদনা কৰি উলিয়াছিল ১৯৫২ চনত। পুৰুষোত্তম ঠাকুৰৰ জোঁৱায়েক ইন্দ্ৰজিত গাভৰুগিৰীয়ে এই চৰিত লিখিছিল বুলি বৈকুণ্ঠ দ্বিজই তেওঁৰ 'সন্তমালা' নামক পদ-চৰিতত উল্লেখ কৰিছে (৫)।

**ৰামানন্দ দ্বিজ—** ভৱানীপুৰীয়া গোপাল আতাৰ শিষ্য শ্ৰীৰামৰ পুত্ৰ। তেওঁৰ ৰচিত গুৰুচৰিত 'শঙ্কৰদেৱ-মাধৱদেৱ' প্ৰথমতে হৰিবিলাস আগৰৱালাই প্ৰকাশ কৰিছিল। "মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ" আৰু "শ্ৰীশ্ৰীবংশীগোপাল দেৱৰ চৰিত্ৰ" ৰামানন্দ দ্বিজৰ অন্যতম অৱদান।

---

*(৫) ড° কেশৱানন্দ দেৱ গোস্বামী সম্পাদিত "ঠাকুৰ চৰিত"।*

**পূৰ্ণানন্দ দ্বিজ**— "মহাপুৰুষ শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ" পুথি ৰচনা কৰিছিল।

**বিদ্যানন্দ দ্বিজ ওজা**— গুৰুনাতি চতুৰ্ভুজ ঠাকুৰৰ শিষ্য। "ঠাকুৰ চৰিত"ত পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ লীলা-চৰিত্ৰ বৰ্ণনা কৰিছে।

**ৰামৰায় দাস** / **নীলকণ্ঠ দাস** — দুয়োজনে সুকীয়াকৈ দেৱ দামোদৰৰ জীৱন-চৰিত ৰচনা কৰিছিল। ৰামৰায় দাসৰ পুথিখন 'সন্ত যশামৃত' (গুৰুলীলা) নামে প্ৰখ্যাত।

**অনিৰুদ্ধ কায়স্থ**— এওঁ মাধৱদেৱৰ কন্যায়েক ৰূপচন্দ্ৰগিৰীৰ নাতিয়েক। বৰনগৰৰ থাকোঁতে ভাগৱতৰ ৫ম স্কন্ধৰ পদ-ভাঙনি সমাপ্ত কৰিছিল ১৭২৪ শকত।

**পদ্মপ্ৰিয়া**— ভৱানীপুৰীয়া গোপালআতাৰ কন্যা আছিল। পুৰণি অসমীয়া সাহিত্যৰ একমাত্ৰ জনাজাত মহিলা কবি আছিল।

**দামোদৰ দাস**— ভট্টদেৱৰ শিষ্য। জন্ম বৰপেটাত। সপ্তদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ কবি আছিল। মহাভাৰতৰ 'শল্য পৰ্ব্ব' আৰু 'দ্ৰোণ পৰ্ব্ব'ৰ অনুবাদক।

## আধুনিক যুগ—

১৮১০ শকৰ ভাদ মাহত (ইং ২৫ আগষ্ট ১৮৮৮) কলিকতাত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জন্ম হৈছিল আৰু সেই বছৰৰে মাঘ মাহত (ইং ১৮৮৯) 'জোনাকী' নামৰ আলোচনী এখনৰ প্ৰকাশে অসমীয়া সাহিত্যত নৱ যুগৰ সূচনা কৰিছিল। তেতিয়াৰ কলিকতীয়া

ছাত্ৰ স্বৰ্গীয় লোহিত চন্দ্ৰ নায়কৰ প্ৰচেষ্টাত বৰপেটা চহৰত অসমীয়া ভাষাৰ উন্নতি সাধিনী ( অ. ভা. উ. সা ) সভাৰ এটা শাখা স্থাপিত হৈছিল। তাৰ ফল স্বৰূপে বৰপেটা অঞ্চলৰ ভালে কেইগৰাকী কৃতী পুৰুষে নানা ৰচনা সম্ভাৰেৰে অসমীয়া ভাষা-সাহিত্যলৈ বিশিষ্ট সেৱা আগ বঢ়াইছিল। ইয়াৰ উপৰিও বৰপেটাৰ বাহিৰৰ কেবা গৰাকী খ্যাতিমান ব্যক্তিয়ে কৰ্মসূত্ৰে বৰপেটাত থকা কালত অসমীয়া সাহিত্যলৈ অৱদান দি গৈছে। তেখেতসকলৰ সাহিত্যিক কৰ্মৰাজিৰ বিৱৰণ চমুকৈ তলত উল্লেখ কৰা হৈছে :—

**আনন্দৰাম ঢেকিয়াল ফুকন**— বৰপেটাৰ ১৮৫২ চনৰ পৰা মহকুমাধিপতি ( চাব এচিষ্টেণ্ট ) হৈ থাকোঁতে অসমীয়া-ইংৰাজী আৰু ইংৰাজী-অসমীয়া দুখন অভিধান প্ৰণয়নৰ কাম হাতত লৈছিল। তেখেত বৰপেটাত থকা সময়তে কলিকতাৰ সদৰ দেৱানী আদালতৰ জজ মিঃ এনজ্ৰু মফাট মিল্‌ছ অসমৰ ভাষা-সাহিত্য আৰু অন্যান্য বিষয়ৰ অনুসন্ধান কৰিবলৈ আহোঁতে ফুকনে মিল্‌ছ চাহাবক দিবলৈ "Observation on the administration of the Province of Assam" নাম দি এখন আবেদন পত্ৰ যুগুত কৰিছিল আৰু গুৱাহাটীলৈ গৈ চাহাবৰ ওচৰত দাখিল কৰিছিল। মিল্‌ছ চাহাবে আবেদনখনৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল আৰু অসমত অসমীয়া ভাষা প্ৰচলনৰ বাবে অভিমত প্ৰকাশ কৰিছিল। মিল্‌ছ চাহাবৰ প্ৰতিবেদনৰ এঠাইত এই বুলি আছে— 'Assamese is described by Mr. Brown the best scholar in the province, as a beautiful, simple language, differing in more respects from

than agreeing with the Bengallee, and I think we made a great mistake in directing that all business should be transacted in Bengallee, and that the Assamese must acquire it.' (প্ৰদেশখনৰ সৰ্ব্বশ্ৰেষ্ঠ পণ্ডিত মিঃ ব্ৰাউনে অসমীয়া ভাষাটো এটা সুন্দৰ সৰল ভাষা বুলি বৰ্ণনা কৰিছে। বঙলা ভাষাৰ লগত সাদৃশ্যতকৈ বহু বিষয়ত ইয়াৰ পাৰ্থক্যহে বেছি আছে। মই ভাবোঁ যে, বঙলা ভাষাত সকলো কাম-কাজ কৰিবলৈ নিৰ্দেশ দি আমি এটা ডাঙৰ ভুল কৰিছিলোঁ; (সেয়েহে) অসমীয়া ভাষাই এই স্থান অধিকাৰ কৰিব লাগে)।

**কনকলাল বৰুৱা**— বৰপেটাত ১৯০৯-১৭ চনৰ কালচোৱাত ই. এ. চি আৰু পাছত মহকুমাধিপতি হৈ থাকোঁতে বিবিধ ঐতিহাসিক ৰচনাৰ উপৰিও "মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত" নাম দি এটি সাৰগৰ্ভ দীঘলীয়া প্ৰবন্ধ লিখিছিল। সাহিত্যৰথী বেজবৰুৱাই তেখেতৰ 'শ্ৰীশঙ্কৰদেৱ শ্ৰীমাধৱদেৱ' গ্ৰন্থৰ শেষত এই প্ৰবন্ধটো সন্নিবিষ্ট কৰিছে।

**মাধৱচন্দ্ৰ বৰদলৈ**— বৰপেটাত মহকুমাধিপতি হৈ থকা কালত মাধৱ কন্দলিৰ ৰামায়ণ খন সম্পাদনা কৰি প্ৰকাশ কৰিছিল। ১৮৯৫ চনত "দীপিকা চন্দ্ৰ" গ্ৰন্থ প্ৰকাশ কৰে।

**ৰজনীকান্ত বৰদলৈ**— ১৮৯৪-৯৭ চনৰ ভিতৰত বৰপেটাত এচ ডি. চি. থাকোঁতে শ্ৰেষ্ঠ বুৰঞ্জীমূলক উপন্যাস "মনোমতী" খন লিখিছিল। তেখেতৰ প্ৰথম উপন্যাস 'মিৰি জীয়ৰী' সম্পূৰ্ণ কৰি বৰপেটাত প্ৰকাশ কৰিছিল।

**শৈলধৰ ৰাজখোৱা**— বৰপেটাত এচ. ডি. চি. হৈ থকা কালত সুবিখ্যাত 'বৰপেটা', 'পাষাণ-প্ৰতিমা' আদি কবিতা লিখি তেখেতৰ কবিতাৰ পুথি 'নিজৰা'ত অন্তৰ্ভুক্ত কৰিছিল।

**অম্বিকাগিৰী ৰায় চৌধুৰী**— ড° বাণীকান্ত কাকতিৰ ভাষাত "সমকালীন অসমৰ সামাজিক চিন্তা-চৰ্চাৰ ক্ষেত্ৰত ৰায়চৌধুৰীয়ে আটাইতকৈ মৌলিক প্ৰতিভা সম্পন্ন ব্যক্তি।" ড° মহেশ্বৰ নেওগৰ ভাষাত "অসমীয়া কবিসকলৰ ভিতৰত সবাতোকৈ মৌলিক" ৰায়চৌধুৰীদেৱে তেওঁৰ জন্মস্থান বৰপেটাত 'তুমি' আৰু 'বীণা' কবিতাৰ পুথি ৰচিছিল। 'জয়দ্ৰথ বধ', 'ভক্ত গৌৰৱ', 'কল্যাণময়ী' আদি নাটক ৰচনা কৰি আৰু তাৰ অভিনয়ৰ দ্বাৰা বৰপেটাত বঙালী নাটৰ খোপনি উচ্ছেদ কৰিছিল। ৰায়চৌধুৰী অসম সাহিত্য সভাৰ এজন প্ৰতিষ্ঠাপক সভ্য আছিল। এখেতে ১৯৫০ চনত অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা অধিবেশনৰ সভাপতিৰ পদ অলংকৃত কৰিছিল।

**প্ৰসন্নলাল চৌধুৰী**— অসমীয়া সাহিত্যত 'বিদ্ৰোহী কবি' বুলি জনাজাত চৌধুৰীদেৱ ১৯৭৮ চনত সাহিত্য সভাৰ গোলাঘাট অধিবেশনৰ সভাপতি আছিল। তেখেতৰ প্ৰকাশিত গ্ৰন্থৰ ভিতৰত কবিতাৰ পুথি 'অগ্নিমন্ত্ৰ', 'চানেকী'; নাটক 'নীলাম্বৰ', 'অপেস্বৰী'; সম্পাদনা—মাধৱ কন্দলিৰ সপ্তকাণ্ড ৰামায়ণ ১৯৪১ চনত প্ৰকাশ কৰি উলিয়াইছিল; শিশু সাহিত্য 'জাতিৰ ফুল,'; গল্প 'মধুৰ বিপাক'; গীত 'ৰঙ্গে কাণ্ড খেলে'; অনুদিত 'আমাৰ গাওঁৰ পুনৰ গঠন' উল্লেখযোগ্য।

**সোণাপতি দেৱ শৰ্মা**— তেওঁৰ ৰচিত 'সাহিত্যৰ সাজ' অসমীয়া সাহিত্যত প্ৰথম অলংকাৰ বিষয়ক পুথি। 'দামোদৰ দেৱ', 'দেৱ দামোদৰ গুৰু', 'বেউলা' আৰু কেবাখনো সাধুকথা আৰু কবিতাৰ পুথি ৰচনা কৰিছিল।

**গোবিন্দৰাম চৌধুৰী**— তেওঁৰ 'সুতিকা পটল' প্ৰথম অসমীয়া ধাত্ৰীবিদ্যাৰ পুথি। এই পুথিত তেওঁ নিজে ৰচনা কৰা 'কৃষ্ণ-স্তোত্ৰ' আৰু 'ৰাধিকা-স্তোত্ৰ' সংযুক্ত কৰি দিছিল।

**শ্যামলাল চৌধুৰী**— মহাভাৰতৰ বন পৰ্বৰ অন্তৰ্গত 'খটাসুৰ বধ', 'কুৰ্ম্মবল্লী যুদ্ধ', 'অশ্বকৰ্ণ যুদ্ধ' আৰু 'জঙ্ঘাসুৰ যুদ্ধ' সম্পাদনা কৰি একত্ৰে প্ৰকাশ কৰিছিল।

**ঘনশ্যাম চৌধুৰী**— স্কুল সহ-পৰিদৰ্শক হৈ থকা সময়ত মফচলত ঘূৰি ফুৰোঁতে মানুহৰ মুখত শুনি পোৱা ডাকৰ বচন সমূহ লিখি উলিয়াইছিল আৰু 'ডাক ভণিতা' নাম দি সম্পাদনা কৰি প্ৰকাশ কৰিছিল। আপুৰুগীয়া সম্পদ স্বৰূপ এই পুথিখন এতিয়া পাবলৈ নাই। লণ্ডন মিউজিয়ামত ইয়াৰ এটা কপি থকা বুলি শুনা যায়।

**গোবিন্দ মিশ্ৰ**— বৰপেটা সত্ৰৰ এই পৰাকী পণ্ডিত সত্ৰাধিকাৰে মহাপুৰুষীয়া ধৰ্মৰ আচৰণীয় পদ্ধতি সম্পৰ্কে 'মালা প্ৰকাশ' নাম দি গ্ৰন্থ প্ৰকাশ কৰিছিল।

**আনন্দৰাম দাস (উকিল)**— ভট্টদেৱৰ 'কথা-গীতা' ১৮৭৫ চনত প্ৰথমতে প্ৰকাশ কৰিছিল।

**মনহৰি দাস**— 'কীৰ্ত্তন ঘোষা' আৰু 'নাম-ঘোষা' সংগ্ৰহ-সংকলন কৰি ছপা কৰাইছিল।

**গোবিন্দ পাঠক**— ৰামচৰণ ঠাকুৰৰ 'ৰত্নাকৰ' পদ-পুথি ছপা কৰাই প্ৰকাশ কৰিছিল।

**হৰিপ্ৰসাদ ব্ৰহ্মচাৰী**— 'জাতিৰ উন্নতি' আৰু 'পৰমাত্মা স্বৰূপ' গ্ৰন্থৰ লেখক।

**কান্তিৰাম আতৈ বুঢ়াভকত**— 'প্ৰসঙ্গৰ নিয়ম' আৰু 'হৰি-ভক্তি তত্ত্ব' পুথি লিখিছিল। মহাপুৰুষ দুজনা গুৰুৰ 'বৰগীত' আৰু ঠাকুৰ আতাৰ ফকৰাৰ পুথি আদি ধৰ্মগ্ৰন্থ ছপাইছিল।

**জগন্নাথ মেধী আতৈ**— মথুৰা দাস বুঢ়াআতাৰ জীৱন-চৰিত (পদ্যপুথি) লিখিছিল।

**কৃপানাথ ভাগৱতী**— এখেতৰ প্ৰকাশিত পুথি হ'ল 'মহাপুৰুষ'।

**হৰিদয়াল পাঠক**— কবিতাৰ পুথি 'অৰ্চনা' আৰু 'ফুলৰ মালা'।

**নাৰায়ণ দেৱ মিশ্ৰ**— এজন বিদগ্ধ সংস্কৃত পণ্ডিত আছিল। ১৯৪৭ চনৰ ২৭ ডিচেম্বৰত তেতিয়াৰ অসম সাহিত্য সভাৰ সভাপতি নীলমণি ফুকনৰ উদ্যোগত পোন প্ৰথম বৰপেটাত স্থাপিত শাখা সাহিত্য সভাৰ সভাপতি আছিল মিশ্ৰদেৱ।

**সাৰদা বালা দাস**— প্ৰকাশিত কবিতাৰ পুথি 'কলিজাৰ সুৰ' আৰু 'কবিতাৰ হাৰ'।

**অৰ্জ্জুন চন্দ্ৰ দাস**— সাহিত্যিক পেঞ্চনাৰ। 'মহাপুৰুষীয়া ধৰ্ম্মৰ পঞ্চৰত্ন' আৰু 'অসমীয়া সাধু' তেখেতৰ লেখত লবলগীয়া গ্ৰন্থ।

**চিন্তাহৰণ পাটগিৰি**— অসমীয়া ভাষাত প্ৰথম বিজ্ঞান-বিষয়ক পুথি 'সৰল ৰসায়ন', 'প্ৰাচীন বৰনগৰ' আৰু উপন্যাস 'সংসাৰ চিত্ৰ' ৰচনা কৰিছিল।

**ৰঘুনাথ দেৱ চৌধুৰী**— বিশ্বকোষৰ ক্ষুদ্ৰ ভাণ্ডৰণ স্বৰূপ 'প্ৰকৃতি দৰ্শন' লেখিছিল।

**হৰেন্দ্ৰ নাথ শৰ্ম্মা**— ৰাষ্ট্ৰীয় বঁটা প্ৰাপ্ত এই গৰাকী সুসাহিত্যিক 'চেতনা' আৰু 'আৱাহন' যুগৰ লেখক আছিল।

**শ্ৰীৰাম চন্দ্ৰ দাস**— এইজন সাহিত্যিক পেঞ্চনাৰ অসমীয়া ভাষা-সাহিত্যৰ ঐকান্তিক প্ৰচাৰক আছিল। তেখেতে সমগ্ৰ অসমত ঘূৰি ফুৰি বিভিন্ন ঠাইৰ ফকৰা-যোজনা আৰু লোকগীত আদি সংগ্ৰহ কৰি সম্পাদনা কৰিছিল। 'মোৰ আইৰ প্ৰাণৰ গীত', 'মোৰ দেশৰ সাধু', 'কাতৰি' আদি পুথিৰ ৰচক।

**গনেশলাল চৌধুৰী**— 'বাঁহী', 'আৱাহন', 'চেতনা' যুগৰ কবি, গীতিকাৰ।

**মোহনলাল চৌধুৰী**— গল্প সংকলন 'তৃতীয়াৰ জোন'। নাট্যকাৰ আৰু গীতিকাৰ।

**কালিদাস থাৰ্টনিয়াৰ**— স্বভাৱ-কবি বুলি খ্যাত সাহিত্যিক পেঞ্চনাৰ আছিল।

**কোহিৰাম দাস**— 'চন্দ্ৰকান্ত' অভিধান সংকলক। 'চেতনা'ৰ আগশাৰীৰ লেখক আছিল।

**হৰিৰাম মহন্ত ঠাকুৰ** - ভালেমান বৈষ্ণৱ ধৰ্মগ্ৰন্থ প্ৰণেতা আৰু গুৰুচৰিতৰ প্ৰকাশক।

**ইষ্টদেৱ নবিশ**— সাহিত্যিক পেঞ্চনাৰ আৰু শঙ্কৰী ধৰ্ম প্ৰচাৰক এই গবাকী পুৰুষৰ ৰচিত গ্ৰন্থৰ ভিতৰত 'শ্ৰীকৃষ্ণৰ সিদ্ধান্তত শঙ্কৰদেৱ', 'শ্ৰীকৃষ্ণ-উদ্ধৱ সংবাদ', 'স্বাধীনতা' প্ৰধান।

**গিৰীশচন্দ্ৰ চৌধুৰী**— 'শিৱাজী মহাৰাজ' আৰু 'মণিপুৰ যুদ্ধ'।

**অমৰেন্দ্ৰ পাঠক**— নাটক 'ইণ্টাৰভিউ'।

**প্ৰভাত কুমাৰ বৰ্মন**— গল্প, উপন্যাস, কবিতা আৰু একাংক নাটকৰ লেখক আছিল।

**হৰেকৃষ্ণ মিশ্ৰ**— 'সংস্কৃত সাহিত্যত অসম প্ৰসঙ্গ' নামৰ গ্ৰন্থ ৰচিছিল।

**যোগেন্দ্ৰ নাথ ৰাণা পাটগিৰি**— কবিতাৰ পুথি 'পূৰ্ণিমা' আৰু ভালেমান বুৰঞ্জীমূলক নাট।

**প্ৰহ্লাদ দাস**— 'গীতি কানন' (কবিতা)।

**খগেন পাঠক**— দামোদৰদেৱৰ চৰিত আৰু গীতৰ সংকলক আছিল।

**ভুবনধৰ দাস**— 'সংস্কৃতিৰ ৰূপান্তৰ' আদি গ্ৰন্থ ৰচক।

**ঘনশ্যাম দাস**— গল্প সংকলন 'প্ৰিয়া, প্ৰেম আৰু সুৰা', উপন্যাস 'এন্ধাৰৰ অতিথি'।

**বনমালী দাস**— উপন্যাস 'স্মৃতিৰ কঁপনি', 'সেই ৰং সেই স্বপ্ন', 'প্ৰথম প্ৰতিশ্ৰুতি' আৰু 'জীয়া পাভৰু'।

ইমানতে প্ৰয়াত সকলৰ তালিকাখন সামৰি থোৱা হ'ল। এতিয়া বৰপেটা অঞ্চলৰ গাঁৱে-ভূঞে, চহৰে-নগৰে নবীন-প্ৰবীণ সাহিত্য সাধক যিসকলে অতীতৰে পৰা বৰ্ত্তমানলৈ তেওঁলোকৰ বাৰে-ৰবণীয়া ৰচনা-সম্ভাৰেৰে অসমীয়া ভাষা-সাহিত্যৰ ভঁড়াল চহকী কৰিছে, তেওঁলোকৰ সাহিত্যিক কৰ্মৰ চমু পৰিচয় তলত দাঙি ধৰা হ'ল —

**শ্ৰীসদানন্দ দাস** সাহিত্যিক পেঞ্চনাৰ। 'আৱাহন' যুগৰ এই গৰাকী গল্পকাৰৰ প্ৰকাশিত পুথি হ'ল 'দৈন্যতাৰ দান' আৰু 'ইনা' কবিতাৰ পুথি।

**শ্ৰীতিলক দাস** - সাহিত্যিক পেঞ্চনাৰ। তেখেতৰ প্ৰকাশিত গ্ৰন্থৰ ভিতৰত 'অম্বিকাগিৰী আৰু তেওঁৰ জীৱন-দৰ্শন', 'বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি,' 'কলাগুৰু বিষ্ণু ৰাভা,' 'সত্ৰীয়া গীত-বাদ্য-নৃত্যৰ চমু কথা' আৰু কেবাখনো উপন্যাস আদি আছে।

**শ্ৰীগোকুল পাঠক** – শিল্পী পেঞ্চনাৰ। 'বৰপেটা সত্ৰৰ ইতিহাস,' 'সতী ৰাধিকা,' 'ৰাইজৰ মেল', 'অসম অসমীয়াৰ' আৰু কেবাখনো নাটক, উপন্যাস, হোলীগীত, লোকগীত আদিৰ ৰচক।

**ড° হৰিনাথ শৰ্মা দলৈ**— 'সাহিত্য আৰু সংস্কৃতি', 'শঙ্কৰদেৱৰ সাহিত্য প্ৰতিভা', 'ভাৰত কোষ,' 'সাহিত্য-প্ৰবেশ' আদি গ্ৰন্থ।

**শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা**— 'সাধুকথাৰ পুথি' আৰু 'সাহিত্যৰ উপকৰণ'।

**শ্ৰীমুনীন শৰ্মা**— 'বজালীৰ ইতিবৃত্ত'।

**শ্ৰীএম, ইলিম উদ্দিন দেৱান**— সাহিত্যিক পেঞ্চনাৰ। 'ইতিহাসৰ বা-মৰলিত সম্ৰাট ছুহিতা জাহানাৰা,' 'মতিভ্ৰষ্ট নৱাব চিৰাজ নে বিকাৰগ্ৰস্ত ইংৰাজ,' 'মানব মুকুট হজৰত মহম্মদ (ছা.)' ইত্যাদি বিবিধ গ্ৰন্থ।

**শ্ৰীশচীন্দ্ৰ কুমাৰ দাস**— তিনিখন একাঙ্ক নাটৰ সংকলন আৰু এটি গল্প-সংকলন।

**শ্ৰীশঙ্কৰ চৰণ পাঠক**— সাহিত্যিক পেঞ্চনাৰ। 'কবিতা কুঞ্জ' আৰু ধৰ্ম বিষয়ক পুথি সংকলন।

**শ্ৰীনৰেন্দ্ৰ নাথ পাটোৱাৰী** – 'ভাইটিৰ সাধু', 'তুঁহ জুই' (কবিতা), 'ব্যথাৰ বেদনা' (গল্প)।

**শ্ৰীযাদব চন্দ্ৰ দাস**— হাউলী পঞ্চৰতন ফাৰ্মৰ প্ৰতিষ্ঠাতা এই গৰাকী লেখকৰ ৰচিত পুথি হ'ল 'নিংনি ভাৱৰীয়াৰ ৰহস্য', 'ল'ৰাৰ সংযম শিক্ষা' আৰু বহুতো উৎকৃষ্ট ধৰ্ম গ্ৰন্থৰ প্ৰকাশক।

**শ্ৰীখগেন্দ্ৰ নাথ দাস** (সঙ্গীত বিশাৰদ) – 'গন্ধৰ্ব জ্ঞান প্ৰৱেশিক' 'সুৰঝঙ্কা', 'শাস্ত্ৰীয় সঙ্গীত প্ৰৱেশিকা', 'ভাৰতীয় সংস্কৃতিৰ পৰম্পৰাত সত্ৰীয়া সংস্কৃতিৰ ৰূপ ৰেখা'।

**শ্ৰীঅনিল ৰায় চৌধুৰী**— উপন্যাস 'কাণ্ডাৰী,' 'শত্ৰু' আৰু গল্প-সংকলন 'ত্ৰিকোণ'।

**শ্ৰীসতীশ শৰ্মা**— 'স্বাধীনতা সংগ্ৰামত বৰপেটা'।

**শ্ৰীবিজনলাল চৌধুৰী**— 'স্পন্দিত মুহূৰ্ত্ত' (কবিতা সংকলন) আৰু 'জোনাকীৰ আলোড়ন' (সমালোচনা)।

**শ্ৰীগনেশ দাস**— 'মানাহ, মানুহ আৰু ত্ৰিমূৰ্ত্তি' আৰু 'নীলা পাৰিৰ শাড়ী'।

শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ— 'জীৱন জিজ্ঞাসা,' 'ড° সৰ্ব্বেপল্লী ৰাধাকৃষ্ণণ,' 'ৰমণীয় বৰণীয়,' 'বাণীৰ পুত্ৰ বাণীকান্ত' ইত্যাদি।

শ্ৰীভূমিধৰ দাস— 'মহাপুৰুষৰ জীৱন দৰ্শন' আৰু 'আতা পুৰুষৰ মুকুতা'।

শ্ৰীগোবিন্দ তালুকদাৰ— 'জন-সাহিত্যৰ মধুকৰ শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস,' 'অম্বিকাগিৰী আৰু ডেকাশক্তি'।

শ্ৰীশশীমোহন দাস— 'অসম কেশৰী অম্বিকাগিৰী', 'অসম গৌৰৱ ড°ভূপেন হাজৰিকা' ইত্যাদি।

শ্ৰীঘনশ্যাম চৌধুৰী— 'মৃত্যুঞ্জয়ী' (কবিতা)।

শ্ৰীকমল ৰায়ন – 'জনিয়া সত্ৰ', 'প্ৰিয়া পত্নী' (গল্প), 'শঙ্কৰ তাকেৰি অংশ'।

শ্ৰীগুৰুকৃষ্ণ গোস্বামী— ভট্টদেৱ সম্পৰ্কীয় পুথি আৰু নাটক। শিশু পুথি 'মিছৰৰ নিমাতী কুঁৱৰী', 'মায়াসৰোবৰৰ যক্ষ'।

শ্ৰীনন্দন কুমাৰ মেধী— গল্প-পুথি 'এটা সোণালী পুৱাৰ বাবে', 'বকুল ফুলৰ দৰে' আৰু 'অকাল বসন্ত'।

শ্ৰীতৰুলতা দাস— 'হৃদয়ৰ সুৰ', 'শিশু শঙ্কৰ', 'মঞ্চদীপ' নাটক আৰু দুখন উপন্যাস।

শ্ৰীনিৰুপমা মিশ্ৰ— শিশু গ্ৰন্থ 'পাখিয়ে পাখিয়ে ৰং', 'সোণ-সঁফুৰা', 'পাপুমণিৰ সপোন'।

শ্ৰীচাকিমা খাতুন— 'শিল্পীৰ সপোন' (কবিতা)।

শ্ৰীমনোৰমা দাস— 'নাৰী মনৰ পথেদি'।

শ্ৰীফুলকুমাৰী কলিতা— 'ৰাট বুলনিৰ গীত,' 'সখী ঐ সখী' (কবিতা) ইত্যাদি গ্ৰন্থ।

শ্ৰীকৰুণা দত্ত— 'আমাৰ অম্বিকাগিৰী' 'ৰূপকোঁৱৰৰ ৰূপকথা,' 'মানুহৰ কবিতা'।

শ্ৰীমোহনকৃষ্ণ মিশ্ৰ— কবিতা-পুথি 'সমদল' আৰু 'শাওণৰ শীতল বৃষ্টি'।

শ্ৰীবিজয়কৃষ্ণ দেৱ শৰ্মা— বিজ্ঞান বিষয়ক কিতাপ লেখক।

শ্ৰীপ্ৰণৱ দাস— উপন্যাস 'মায়া কানন' আৰু হোলী গীত ৰচক।

শ্ৰীঅনিল কুমাৰ ভূঞা— 'হিমালয়ৰ প্ৰান্তে প্ৰান্তে' আৰু 'ৰূপতীৰ্থ-কুঁমায়ুণ হিমালয়' ভ্ৰমণ কাহিনী।

শ্ৰীঅমৰেন্দ্ৰ কাকতি— উপন্যাস 'এজাক ধুমুহা : এটি স্বপ্ন' আৰু 'অস্তগামী সূৰুযৰ কোমল কিৰণ'।

শ্ৰীভূপেন দাস— 'ফুল আৰু ফলৰ বাবে কবিতা'।

শ্ৰীহীৰামণি মহন্ত অধিকাৰী— 'তৰঙ্গ' (কবিতা)।

শ্ৰীবেণুধৰ দাস— 'কবিতাৰ সুৰ'।

শ্ৰীমঞ্জুলা শৰ্মা ভট্টাচাৰ্য্য— 'যদিহে উভতি আহে সোণালী প্ৰত্যুষ' (কবিতা)।

শ্ৰীপ্ৰমোদ দাস— নাটক "হনুমান সাগৰ বান্ধা চাঁউ"।

শ্ৰীসৰ্ব্বেশ্বৰ নাথ— সঙ্গীত বিশাৰদ। "শঙ্কৰে প্ৰকাশিলা" প্ৰমুখ্যে কেবাখনো গ্ৰন্থৰ ৰচক।

বৰপেটা অঞ্চলৰ সৰ্বশ্ৰী ৰাধাকান্ত তালুকদাৰ, মণীন্দ্ৰ দাস, কৰুণাকান্ত দাস, চিত্তৰঞ্জন চৌধুৰী, অৰ্জুন দাস, গিৰিজানন্দ দাস, ৰাতুল পাঠক, সুশীল ওজা, ধ্ৰুৱকুমাৰ তালুকদাৰ, বেণুধৰ দাস, কমললোচন দাস, দেৱৰাজ ডেকা, জগদীশ শৰ্মা, বিমলা ৰায় চৌধুৰী, শুভজ্যোতি দাস, ৰঞ্জন কুমাৰ দাস, সতীশ চন্দ্ৰ দাস,

পদ্মিনী মেধী, প্ৰদীপ গায়ন, বাদল চৌধুৰী, কিশোৰী পাঠক, খবিৰ আহমেদ, হোছেইন মহম্মদ ইছমাইল; চৰ-চাপৰিৰ নবীৰ হুছেন, আহমেদ হুচেন খান; সৰভোগ অঞ্চলৰ কৃষ্ণকান্ত মহন্ত, টিকেন নাথ, নীলমণি মজুমদাৰ, সমীৰণ মজুমদাৰ, ঘনশ্যাম তালুকদাৰ; বজালী-সৰ্থেবাৰী-ভৱানীপুৰ অঞ্চলৰ সতীশ চন্দ্ৰ চৌধুৰী, অম্বিকাপদ চৌধুৰী, যতীন গোস্বামী, ভূপেন্দ্ৰ কুমাৰ দাস, কান্তেশ্বৰ কাকতি, পৰেন্দ্ৰ ডেকা, পিৰেন তালুকদাৰ, মথুৰা তালুকদাৰ, উদয় ডেকা, কিৰণ শৰ্মা, ধৰণী মেধী, ঘনকান্ত তালুকদাৰ, নিবাৰণ চৰকঁৰি, কমলকৃষ্ণ দাস আৰু বড়ো সাহিত্যিক বীৰেন্দ্ৰ বসুমতাৰী, ধৰণীধৰ ৰাৱি, কাতিন্দ্ৰ স্বৰ্গীয়াৰী প্ৰমুখ্যে বহুজন লেখকে নানা বিষয়ক প্ৰবন্ধপাটি আৰু অন্যান্য লিখনিৰে সেৱা আগ বঢ়াইছে।

অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ সমালোচক ভাষা-বিজ্ঞানী ড° বাণীকান্ত কাকতি, 'আৱাহন' যুগৰ গল্পকাৰ হলিৰাম ডেকা, ৰমা দাশ, 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মা, ঔপন্যাসিক হিতেশ ডেকা, বীৰেশ্বৰ বৰুৱা, বহুতো মূল্যবান গ্ৰন্থৰ সম্পাদক ড° নন্দ তালুকদাৰ, কবি দীনবন্ধু তালুকদাৰ, ভবানন্দ ডেকা, হৰেকৃষ্ণ ডেকা, বুৰঞ্জীবিদ প্ৰতাপ চৌধুৰী, পুৰাতাত্ত্বিক মুৰাৰীমোহন দাস, শিক্ষাবিদ জিতেন্দ্ৰ নাথ দাস, শিশু সাহিত্যিক হৰগোবিন্দ দাস, নাট্যকাৰ যোগেন বায়ন প্ৰমুখ্যে সাহিত্যিক বৰপেটা প্ৰান্তত জন্ম আৰু শিক্ষা লাভ কৰিছিল।

এতিয়ালৈ অসম সাহিত্য সভাৰ চাৰিখন অধিবেশন বৰপেটাত অনুষ্ঠিত হৈছে :—

(১) ৩য় অধিবেশন ১৯১৯ চনৰ ডিচেম্বৰ মাহত ২৬/২৭ তাৰিখে বৰপেটা চহৰৰ নখাদ্দা নদীৰ পথাৰত। সভাপতি আছিল কালীৰাম মেধী।

(২) ৩৬ তম অধিবেশন ১৯৬৯ চনৰ ফেব্ৰুৱাৰী মাহত ৭/৮/৯

তাৰিখে বৰপেটা পৌৰসভাৰ খেলপথাৰত। সভাপতি আছিল বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা।

(৩) ৫৩ তম অধিবেশন ১৯৮৭ চনৰ ফেব্ৰুৱাৰী মাহত ১২/১৩/১৪/১৫ তাৰিখে পাঠশালাত। সভাপতি আছিল ড° মহেন্দ্ৰ বৰা।

(৪) ৬১ তম অধিবেশন ১৯৯৫ চনৰ ফেব্ৰুৱাৰী মাহত ২২/২৩/২৪/-২৫/২৬ তাৰিখে সৰ্থেবাৰীত। সভাপতি আছিল শ্ৰীহিতেশ ডেকা।



# নৱম অধ্যায়

## কলা-সংস্কৃতি

প্ৰাচীন কালৰে পৰা পুৰণি কামৰূপৰ আন ঠাইৰ নিচিনাকৈ বৰপেটা অঞ্চলতো সঙ্গীতকে ধৰি বিভিন্ন কল্যাবিদ্যাৰ চৰ্চা হৈছিল আৰু সমাজত এক সমৃদ্ধিশালী কৃষ্টি গঢ় লৈ উঠিছিল। শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত নব বৈষ্ণৱ আন্দোলনে এই কৃষ্টিৰ বিকাশত এক যুগান্তকাৰী ভূমিকা লৈছিল। তেতিয়াৰ পৰা অসমীয়া সংস্কৃতি ঘাইকৈ সত্ৰীয়া বা শঙ্কৰী সংস্কৃতি বুলি পৰিগণিত হৈছে।

### সঙ্গীত-কলা

শাস্ত্ৰীয় গীত, বৰগীত, লোকগীত, বিয়াৰ গীত, নাওখেলৰ গীত, বৰশী বোৱা গীত, নিচুকণি গীত, ল'ৰা ধেমালিৰ গীত, বিহু গীত আদি বৰপেটা অঞ্চলত প্ৰচলিত সঙ্গীতৰ বিভিন্ন ধাৰা।

(ক) **শাস্ত্ৰীয় গীত** – পুৰণি কামৰূপত আৰ্য সভ্যতা বিস্তাৰ হোৱাৰ পাছত প্ৰথমতে শৈৱ আৰু শাক্ত ধৰ্মই প্ৰাধান্য লাভ কৰিছিল। শিৱ পূজা, দুৰ্গা পূজা, মনসা পূজা, শীতলা পূজা আদি অনুষ্ঠানত বিভিন্ন তন্ত্ৰ শাস্ত্ৰৰ পৰা শিৱ আৰু আন দেৱ-দেৱীৰ গুণ-প্ৰশংসাৰ গীত গোৱা হয়। প্ৰধানকৈ আইসকলে তাত আগ ভাগ লয়। শ্ৰীমন্ত শঙ্কৰদেৱৰ অভ্যুত্থানৰ লগে লগে বৈষ্ণৱ সঙ্গীতৰ সুনিৰ্মল ধাৰা অসমৰ বিভিন্ন দিশত প্ৰবাহিত হবলৈ ধৰিলে। গুৰুজনাৰ বৰপেটা আগমনত বৰপেটা-বাউসীতো বৈষ্ণৱ শাস্ত্ৰীয় সঙ্গীতৰ থলকনি উঠিল। থান, সত্ৰ সমূহৰ কীৰ্ত্তনঘৰ-নামঘৰত নাম-প্ৰসঙ্গত হৰি-নামৰ যি আনন্দ লাভ কৰা হয়, ভক্ত সমাজে তাক বৈকুণ্ঠৰ বস্তু বুলি জ্ঞান কৰে।

প্ৰথমতে, শ্ৰীমন্ত শঙ্কৰদেৱে পাটবাউসী থানত আৰু শ্ৰীমাধৱদেৱে

সুন্দৰীদিয়া আৰু বৰপেটা সত্ৰত নিত্য তিনি প্ৰসঙ্গৰ প্ৰৱৰ্ত্তন কৰি ভাগৱত-গীতা শাস্ত্ৰৰ পৰা কৃষ্ণকথা শ্ৰৱণ-কীৰ্ত্তন কৰিছিল। তাৰ পাছত শ্ৰীমথুৰাদাস বুঢ়াআতাই মূল তিনি প্ৰসঙ্গৰ ঠাইত তুজনা গুৰু বিৰচিত বিভিন্ন শাস্ত্ৰ-পুথিৰ শ্ৰৱণ-কীৰ্ত্তনৰ অৰ্থে চৈধ্য প্ৰসঙ্গৰ প্ৰৱৰ্ত্তন কৰিছিল। সৰ্থেবাৰীৰ ওচৰৰ বেলবাৰীত কজলানন্দ আৰু বৰপেটা থানৰ খট্‌খটীৰ ঘাটত বাসুদেৱ নামৰ তুজন সুললিত কণ্ঠৰ ডেকা পুৰুষক লাগ পাই মথুৰাদাসে তেওঁলোকক আনি উপযুক্ত প্ৰশিক্ষণ দি প্ৰসঙ্গৰ যাব দিছিল। কজলানন্দক 'সূত্ৰধাৰ' আৰু বাসুদেৱক 'পাঠক' উপাধিৰে বিভূষিত কৰি কীৰ্ত্তনঘৰৰ সমীপতে বসতিৰ সুবিধা কৰি দিয়ে। তেওঁলোকৰ পৰা বৰপেটাৰ বিখ্যাত সূত্ৰধাৰ আৰু পাঠক বংশৰ উৎপত্তি হয়। সেই দিন ধৰি বৰপেটাৰ কীৰ্ত্তনঘৰত নিতৌ ৰিহান পুৱাৰ পৰা ৰাতিৰ আগ ভাগলৈ প্ৰসঙ্গ চলি আছে। এই চৈধ্য প্ৰসঙ্গৰ অন্তৰ্ভূৰ্ক্ত ৰাতিপুৱাৰ পাঁচটি প্ৰসঙ্গত আছে— (১) বৰগীতৰ পৰা পুৱাৰ গীত (জাগৰণ আৰু চলনৰ), (২) ভটিমা (প্ৰাতস সময়ে যশোৱা জননী), (৩) নামঘোষাৰ পৰা নামছন্দ আৰু শৰণছন্দৰ একোটিকৈ যুগল পটল গোৱাৰ পছত কীৰ্ত্তন-ঘোষাৰ পৰা তুটিকৈ ঘোষা, (৪) সংস্কৃত ভাগৱত আৰু গীতাৰ পৰা শ্লোক পঢ়া আৰু ব্যাখ্যা আৰু (৫) পাঠ। পুৱাৰ পাঠত পঢ়া হয় ক্ৰমান্বয়ে হৰিশ্চন্দ্ৰ উপাখ্যান, কীৰ্ত্তন-ঘোষা, ভাগৱতৰ ১ম, ২য়, ৩য় স্কন্ধ (অনাদি পাতন), অজামিল উপাখ্যান, বৃত্ৰাসুৰ বধ (৭ম স্কন্ধ), ৮ম স্কন্ধ, দশম (আগচোৱা), ৰুক্মিণী হৰণ, ৰাজসূয় (শ্ৰীমাধৱদেৱ ৰচিত), কুৰুক্ষেত্ৰ, নিমি নৱসিদ্ধ-সংবাদ, ১১শ আৰু ১২শ স্কন্ধ — তাৰ পাছত পুনৰ হৰিশ্চন্দ্ৰ উপাখ্যানৰ পৰা আৰম্ভ কৰা হয়।

আবেলিৰ ৩টা প্ৰসঙ্গ হ'ল— (১) পাঠ, (২) প্ৰসঙ্গ (নামছন্দৰ পৰা) আৰু (৩) ভাগৱত। পাঠত পঢ়া হয় ক্ৰমান্বয়ে নামঘোষা, ভক্তি-ৰত্নাৱলী, ভক্তি-ৰত্নাকৰ, নাম মালিকা, গুৰুভক্তি প্ৰদীপ, জন্ম-ৰহস্য,

বৰগীত আৰু ছুজনা গুৰু বিৰচিত অঙ্কীয়া নাট-ঝুমুৰা— তাৰ পাছত পুনৰ নামঘোষাৰ পৰা আৰম্ভ কৰা হয়।

ৰাতিৰ ৬টি প্ৰসঙ্গ হ'ল— (১) গুণমালা, (২) লীলামালা, (৩) গুৰু ভটিমা, (৪) সেৱাৰ কীৰ্ত্তন (ছুটা বৰগীত), (৫) প্ৰসঙ্গ (নামছন্দ আৰু শৰণছন্দৰ পৰা একোটিকৈ যুগল) আৰু (৬) ৰাতিৰ পাঠ। পাঠৰ ক্ৰম হ'ল হৰিশ্চন্দ্ৰ উপাখ্যান, কীৰ্ত্তন-ঘোষা, ভাগৱতৰ ১ম স্কন্ধ ইত্যাদি সমস্ত পুৰাৰ পাঠৰ পুথি, সপ্তকাণ্ড ৰামায়ণ, ৰামায়ণৰ আদিকাণ্ড (মাধৱদেৱৰ), উত্তৰাকাণ্ড (শঙ্কৰদেৱ বিৰচিত) আৰু মাধৱ কন্দলিৰ আন কেই কাণ্ড— তাৰ পাছত পুনঃ হৰিশ্চন্দ্ৰ উপাখ্যানৰ পৰা।

বৰপেটাত মহাপুৰুষ ছুজনা গুৰু আৰু আতা পুৰুষ সকলৰ তিথি-পৰ্ব, বহাগ আৰু মাঘ বিহু আৰু দৌল উৎসৱত উপৰোক্ত নিত্য প্ৰসঙ্গৰ প্ৰয়োজন অনুসাৰে কিছু সালসলনি কৰি বিস্তৃতভাৱে নাম-প্ৰসঙ্গ কৰা হয়। ইয়াকে 'নৈমিত্তিক প্ৰসঙ্গ বোলে। আন আন প্ৰধান সত্ৰতো এনেকুৱা আহিত নাম-প্ৰসঙ্গ কৰা হয়।

বীৰ নাম বা থিয়-নাম আৰু তাৰ শেষত অনুষ্ঠিত বহা নাম বৰপেটা অঞ্চলৰ অন্যতম ধৰ্মীয় অনুষ্ঠান। কীৰ্ত্তন, নামঘোষা, দশম, ভাগৱত, বৰগীত আদি শাস্ত্ৰ-পুথিৰ পৰা গোৱা এই নাম শঙ্কৰী যুগৰ পৰা প্ৰচলিত হৈ আছে। আধুনিক কালত শ্ৰীমন্ত শঙ্কৰদেৱ-মাধৱদেৱৰ জীৱন-চৰিতৰ ওপৰত লিখা গীতও বীৰনামৰ অংগ হৈ পৰিছে। বৰপেটা সত্ৰত বীৰ নামৰ বৰ ওজা আছিল ৰঘুনাথ ভাগৱতী (ৰাঘৱ বাপু)। পালনাম বৰপেটা অঞ্চলৰ আন এটি বৈশিষ্ট্য। ৰাইজৰ মঙ্গলৰ অৰ্থে অনুষ্ঠিত এই পালনাম মহাপুৰুষ সকলৰ দিনৰ পৰা চলি আহিছে। আগৰ দিনত পালনাম সাতদিন সাতৰাতি গোৱা হৈছিল। সম্প্ৰতি এই মহান ধৰ্মীয় অনুষ্ঠানটি তিনিদিন তিনিৰাতিত সীমিত কৰা হৈছে।

বৰগীত, অঙ্কীয়া গীত, হোলীগীত, ৰাসৰগীত, বাট বুলনিৰ গীত আদিও শাস্ত্রীয় সঙ্গীতৰে একোটি শাখা।

(খ) বৰগীত— শ্ৰীমন্ত শঙ্কৰদেৱে বাৰ কুৰি বৰগীত ৰচনা কৰিছিল। তাৰে সৰহখিনি পাটবাউসীত থাকোঁতে লিখিছিল। বৰপেটাৰ কমলা গায়ন নামে এজন ভকতে বৰগীত পুথিখন আওৰাবলৈ নিওঁতে চ'তৰ বনপোৰা জুইত তেওঁৰ ঘৰটো পুৰিলত বৰগীতখনো পুৰি ছাই হ'ল। গুৰুজনে খেদ কৰি পুনৰ বৰগীত লিখিবলৈ ইচ্ছা নকৰি মাধৱদেৱক সেই ভাৰ দিলে। সেইমতে মাধৱদেৱে ১৫৭টা বৰগীত ৰচিছিল আৰু আতৈসৱৰ মুখত শুনা শঙ্কৰদেৱৰ ৩৪টা বৰগীত বহু কষ্টে সংগ্ৰহ কৰি নিজে লিখা বৰগীতখনৰ আগ ভাগত সন্নিবিষ্ট কৰিছিল। বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতাই মাধৱদেৱৰ পৰা বৰগীতৰ সমস্ত ৰাগ-তাল-মান-সুৰ শিকি লৈছিল আৰু পিছত উপযুক্ত ভকত-শিষ্যক প্ৰশিক্ষণ দি বৰগীত (লগতে অঙ্কীয়া নাট) অনুষ্ঠানৰ কাম নিয়াৰিকৈ চলাবলৈ বৰপেটা সত্ৰত সূত্ৰধাৰ, গন্ধিয়া, বাঘা (ভীমা) বায়ন বংশাৱা আৰু থুল দক্ষিণহাটীৰ এটা আৰু গলিয়াহাটীৰ এটা গোট (বংশাৱা) সৃষ্টি কৰিছিল। এই বংশাৱাসকলে পুৰুষানুক্ৰমে বৰগীতৰ মৌলিক পৰম্পৰা অব্যাহত ৰাখিছে।

বৰপেটা সত্ৰত চৌধ্য প্ৰসঙ্গৰ আৰম্ভণিতে গোৱা হয় বৰগীত (পুৱাৰ গীত)। গধূলি সেৱাৰ কীৰ্ত্তন প্ৰসঙ্গত গায়ন-বায়নে 'গুৰুঘাটা' সহ দুটা বৰগীত খোল-তালেৰে পৰিবেশন কৰে। শ্ৰীশঙ্কৰদেৱৰ বাৎসৰিক তিথি মহোৎসৱত ছয় ৰাতি, মাধৱদেৱৰ তিথিত ন ৰাতি আৰু মথুৰাদাস বুঢ়াআতাৰ তিথিত চাৰি ৰাতি বৰপেটা কীৰ্ত্তনঘৰত বংশাৱাসকলে নিজ নিজ পালা মতে বৰগীত আৰু অঙ্কীয়া গীত গায়। বৰগীত আৰু অঙ্কীয়া নাটৰ উপৰিও নাম-ঘোষাৰ পৰা কিছুমান ঘোষা গীতৰ ৰাগ-সুৰত গোৱা হয়।

যেনে -

(১) মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি। ইত্যাদি

(২) সৰোবৰে গ্ৰাহে ধৰি আছে গজেন্দ্ৰ পীড়াক পায়া পাচে
আকাশে গড়ুৰ স্কন্ধে চক্ৰ ধৰি হৰি। ইত্যাদি

বৰপেটাৰ ফালে বৰগীতৰ কিছুমান গীত ঠিয়নামত নামৰ পদ্ধতিত গোৱা হয়। যেনে—

(১) পাৱে পৰি হৰি; কৰহোঁ কাতৰি; প্ৰাণ ৰাখবি মোৰ।
বিষয় বিষধৰ; বিষে জড় জড়; জীৱন নাৰহে থোৰ ॥ ইত্যাদি

(২) প্ৰাণগোপাল, তোমাৰ বিনোদ হৰি জানিব কেমনে।
বৈকুণ্ঠ ভেজিয়া কেলি কৰা বৃন্দাবনে ॥ ইত্যাদি

অসমৰ বৈষ্ণৱ সঙ্গীতৰ ভিতৰত শ্ৰেষ্ঠ মহাপুৰুষ দুজনা গুৰু বিৰচিত বৰগীতবোৰে পাঁচোটা শতাব্দী জুৰি ভকত-সজ্জন, ধৰ্মপ্ৰাণ ৰাইজৰ মন-প্ৰাণ মুহি আছে আৰু ভবিষ্যতলৈ থাকিব। তাৰ বাবে মাথোন লাগে বৈজ্ঞানিক ভিত্তিত চৰ্চা-গবেষণা, সংৰক্ষণ আৰু প্ৰশিক্ষণ। তাহানিতে বৰপেটা সত্ৰই ভোখৰা গায়ন নামে এজন শঙ্কৰী কলা বিশেষজ্ঞক তেওঁৰ বিশিষ্ট অৱদানৰ বাবে "চক্ৰবৰ্ত্তী গায়ন" উপাধিৰে বিভূষিত কৰিছিল। চক্ৰবৰ্ত্তী গায়নে গন্ধীয়া বংশৰ যশস্বী ব্যক্তি যদু গায়নৰ পিতাকৰ পৰা শিক্ষা লাভ কৰিছিল। তেওঁ প্ৰায় ১০০ বছৰ বয়সলৈ সত্ৰীয়া নৃত্য গীত নিজে শিকাইছিল। শঙ্কৰী কলাৰ ঐতিহ্যমণ্ডিত আনএক প্ৰসিদ্ধ সত্ৰ হৈছে সুন্দৰীদিয়া। এই সত্ৰৰ বিখ্যাত শঙ্কৰী কলাবিদ আছিল গুথো মালীয়া। সুন্দৰীদিয়াত মাধৱদেৱৰ পৰা গোৱা খোলৰ মৌলিক বোল-তাল আৰু বৰগীতৰ মূল সুৰৰ চৰ্চা অব্যাহত আছে।

(গ) **অঙ্কীয়া গীত**— মহাপুৰুষ দুজনা গুৰু বিৰচিত অঙ্কীয়া নাটসমূহৰ পৰিবেশনৰ উদ্দেশ্যে তেখেতসবে ৰচনা কৰা ভক্তিমূলক গীতকে অঙ্কীয়া বা অঙ্কৰ গীত বোলা হয়। কীৰ্ত্তনঘৰ-নামঘৰত বিশেষ উৎসৱ-পাৰ্ব্বণত প্ৰয়োজন অনুসৰি অঙ্কীয়া নাট-গীত প্ৰদৰ্শন কৰা হয়। বৰপেটাত দৌল উৎসৱ, মহাপুৰুষ দুজনা গুৰু আৰু আতা পুৰুষ সকলৰ তিৰোভাৱ তিথিত ( কীৰ্ত্তন মহোৎসৱ ), বহাগ আৰু মাঘৰ বিহুত, শ্ৰীকৃষ্ণৰ জন্মাষ্টমীত নিৰ্দ্ধাৰিত প্ৰণালীত নাট-গীত পৰিবেশন কৰা হয়। কীৰ্ত্তন মহোৎসৱত ৰাতি বংশাৰাসকলে গীতৰ পালা গায়। "গীতৰ পালা ব্যৱস্থাটো অঙ্কীয়া গীতৰ শিক্ষা, চৰ্চাৰ জীৱন্ত স্মৃতি হিচাপে শুদ্ধ ৰূপত, ভক্তি ভাৱেৰে আজিও বৈ আছে (১)।"

(ঘ) **হোলী গীত**— হোলী গীত বৰপেটা সত্ৰৰ অন্যতম বৈশিষ্ট্য। শঙ্কৰী যুগৰ পৰাই প্ৰতি বছৰে ফাগুন অথবা চ'তৰ মাহৰ পূৰ্ণিমাত শ্ৰীকৃষ্ণৰ দৌল-যাত্ৰা উপলক্ষে হোলী গীত গোৱা হয়। হোলী গীতৰ আৰম্ভণিত বন্দনা গোৱা হয়। যেনে,

(১) প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥ (নামঘোষা)

(২) জগন্নাথ হে হৰি নিয়ো দাস কৰি। (ঘুনুচা-কীৰ্ত্তন)

(৩) ফাগু খেলে করুণাময় এ নন্দকুমাৰ।
দেৱৰ দুৰ্ল্লভ কেলি ফাগুৰ বিহাৰ॥ (বৰগীত)

আধুনিক যুগত বিশেষকৈ ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময় ছোৱাত স্বদেশ-প্ৰেমমূলক গীতি-বিলাকো হোলী-উৎসৱত হোলী গীতৰ সুৰত গোৱা হৈছিল। হোলী অথবা ফাকুৱা উৎসৱৰ

---

*(১) বৰপেটা সাহিত্য সভাৰ প্ৰকাশন 'সত্ৰীয়া কলা-সংস্কৃতিৰ ৰূপৰেখা' পৃষ্ঠা ৪৫।*

দিনাখন বৰপেটা কীৰ্ত্তনঘৰৰ পৰা গণককুছিৰ 'গোসাঁইৰ মাটি' লৈ শ্ৰীকৃষ্ণ গোসাঁই আৰু দৌলগোবিন্দক লৈ হোলী গীত মুখৰিত ফাকুৱাৰ ৰঙে ৰংচঙীয়া যিটো শোভাযাত্ৰা ওলায়, সেইটো অসমৰ ভিতৰতে অতুলনীয় বুলি কোৱা হয়। আধুনিক কালত গোৱা হোলী গীতত বসন্ত উৎসৱৰ প্ৰভাৱ জাজ্বল্যমান। পুৰণি কালৰ পৰাই বৰপেটা সত্ৰৰ দৌল বা ফাকুৱা উৎসৱ মহা জাকজমকভাৱে পালন কৰা হৈছে। এইখিনিতে ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ "মনোমতী" উপন্যাসত থকা মানৰ দিনৰ সময়ত (১৮২৪-২৫ খৃঃ) বৰপেটাৰ হোলী উৎসৱৰ বিৱৰণ চমুকৈ উল্লেখ কৰা হ'ল— আজিৰ দিনৰ ফাকুৱাত কীৰ্ত্তনঘৰত যিদৰে উৎসৱ পালন হয়, ঠিক সেই সময়তো হৈছিল। কীৰ্ত্তনঘৰৰ চৌহদত হাজাৰ, হাজাৰ লোক থুপ খায়। ওচৰ পাঁজৰৰ গাওঁ-ভুঁইৰ পৰা ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী বাট বুলি, নাৰেৰে ফাকুৱা চাবলৈ গৈছিল। 'গায়ন, বায়ন, ঢুলিয়াৰ বাজনাৰ মাজত নিৰ্দিষ্ট সময়ত দৌল গোবিন্দক দৌলৰ পৰা নমায় আৰু খাটোলাত বহুৱায়। তাৰ পাছত শোভাযাত্ৰা আৰম্ভ হয়। দোলাভাৰীসকলে গোসাঁইক এখন চোদালাত তুলি কান্ধত তুলি লয়। ইতিমধ্যে বাৰাদিৰ পৰা ঘুনুচা আহি শোভাযাত্ৰাত লগ হয়। হাটীৰ ভকতসকলে হোলী গীত গাই আত্মহাৰা হয়— ফাকুগুৰি আৰু কুঙ্কুম ফিচ্‌কাৰি মাৰি সকলোৱে ৰাঙলি হয়। গণককুছিৰ দক্ষিণ পথাৰত মহাপ্ৰভুৰ খাটোলা নমায়। সেই সময়ত পাটবাউসীৰ পৰাও দৌলৰ গোসাঁই কীৰ্ত্তনঘৰলৈ আহি গণককুছিত লগ লাগিছিল। "হেকৃতা খোৱা" উৎসৱৰ পাছত গোসাঁই কীৰ্ত্তনঘৰলৈ প্ৰত্যাবৰ্ত্তন কৰে।

গাৱঁৰ লোকে নাৰেৰে ঘৰলৈ উভতি যাওঁতে নাম গাই গৈছিল।
যেনে— "কৈও পাইৰো প্ৰাণগোপাল আমি।
হৰাইলোঁ অৰুণ লোচন স্বামী॥"

"ইবাৰে উদ্ধাৰ কৰা মোকে।
এ হে গোপীনাথ ৰাবেক উদ্ধাৰ কৰা মোকে॥"

(ঙ) **বাট বুলনিৰ গীত** — বিভিন্ন ধৰ্মীয় অনুষ্ঠানত আইসকলে বাট বুলি যাওঁতে যিবোৰ গীত গাই তেওঁলোকে পথৰ শ্ৰম পাহৰি গৈ আধ্যাত্মিক প্ৰেৰণা লাভ কৰে, সিবোৰকে বাট বুলনিৰ গীত বোলা হয়। মহাপুৰুষ দুজনা গুৰুৰ জন্মোৎসৱৰ শোভাযাত্ৰাত, তেৰাসবৰ কীৰ্ত্তন মহোৎসৱত 'কৰভাৰ' দিয়া সময়ত, বিভিন্ন তিথি-পৰ্ব উপলক্ষে থান-সেৱা, ঘাট-সেৱা কৰিবলৈ গ'লে আইসকলে বাট বুলনিৰ গীত গায়। বৰপেটাত প্ৰচলিত বাট বুলনিৰ গীতৰ ঘোষাৰ আহিঁ তলত উল্লেখ কৰা হ'ল। ঘোষাৰ পাছত দশম, কীৰ্ত্তন, নামঘোষাৰ পৰা পদ গোৱা হয়। তদুপৰি ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ কাহিনীৰ ওপৰত মুখ পৰম্পৰাৰূপে চলি অহা গীতও গোৱা হয়।

ঘোষাঃ – (১) কি এ, জগতৰ গুৰু শঙ্কৰ মাধৱ হে।

(২) শঙ্কৰ মাধৱ এ, হে ভৈলা অৱতাৰ।
ইবাৰ কৰিব হৰি জগত উদ্ধাৰ॥

(৩) কুসুম্বৰ ঘৰে ও সত্যসন্ধ্যাৰ উদৰে।
শঙ্কৰদেৱ অৱতাৰ ৰাম হৰে॥

(৪) কৰুণা ৰাখো ৰাখো প্ৰাণ,
নেৰো হৰি চৰণ তোমাৰ।

(৫) যাদৱ এ নাযাবা এৰি,
গোপিনীৰ লগতে আহিছে হৰি।

(চ) **লোকগীত** — জন-সাধাৰণৰ মাজত প্ৰচলিত সঙ্গীতৰ ভিতৰত লোকগীতক আটাইতকৈ পুৰণি বুলি কব পাৰি। 'Long

before men wrote their thoughts and emotions, they expressed them in songs." (মানুহে তেওঁলোকৰ মনৰ ভাৱ আৰু আৱেগ-অনুভূতি লিপিবদ্ধ কৰিবলৈ আৰম্ভ কৰাৰ বহু কাল আগৰে পৰা সেই ভাব-অনুভূতি গীতত প্ৰকাশ কৰিছিল।) সুদূৰ অতীতৰ পৰা এই লোকগীতবোৰ মুখে মুখে পৰম্পৰাগত ভাৱে লোক সমাজত চলি আহিছে। ভক্তিমূলক আৰু দেহতত্ত্ব বিষয়ক লোকগীত বিলাকৰ সমাদৰ সমাজত বৰ বেছি। বিয়াৰ গীত, নাওখেলৰ গীত, মহখেদা গীত, ল'ৰা-ধেমালিৰ গীত, বৰশী বোৱা গীত, নিচুকনি গীত, বিহু-গীত আদি লোকগীতৰ সাধাৰণ সংজ্ঞাত পৰিলেও প্ৰত্যেক বিধৰে সুৰ, পৰিবেশন আদি বিষয়ত স্বকীয় বৈশিষ্ট্য আছে।

(ছ) **বিয়াৰ গীত**— বিয়া-নাম বা বিয়াৰ গীত অসমীয়া লোক-সংস্কৃতিৰ অন্যতম বৈশিষ্ট্য। বিবাহ অনুষ্ঠানৰ বিভিন্ন কাৰ্যসূচীত অৱস্থাৰ লগত খাপখোৱাকৈ গোৱা শাস্ত্ৰীয় আৰু অন্যান্য গীতবোৰে সমগ্ৰ বিবাহ অনুষ্ঠানটোক গাম্ভীৰ্যপূৰ্ণ আৰু সুমঙ্গল কৰি তোলে। দৰাঘৰৰ আয়তীসকলে গোৱা বিয়াগীতত থাকে হাঁহি আৰু কন্যাঘৰৰ আয়তীৰ গীতত থাকে হাঁহি আৰু চকুলো।

(১) "সুৱাগৰ ধান বান্ধা"ৰ পৰা বিয়াৰ গীত আৰম্ভ হয়। এই সুৱাগৰ গীত এনে ধৰণৰ—

দেহি না লো, সুৱাগৰ ধান মুঠি বান্ধা ঐ আয়তী,
ঢেকীতে তেল-সেন্দুৰ দিয়া ৰাম জানকী।
দেহি না লো, সোণাৰে চালনি চালিব লাগিছে,
প্ৰথম পুতেকৰ বিয়া ৰাম জানকী। ইত্যাদি

(২) কন্যাঘৰলৈ তেলৰ ভাৰ দিব (বা জোৰণ পিন্ধাব) যাওঁতে গায়—

(ক) তেলৰ ভাৰ সাজি কাচি আহাৰ আজি ঝি,

ও ৰাম ৰজাই পঠাই দিছে জনক ৰজাৰ জী।
(ইয়াৰ পাছত পদ গায়)

(খ) হনুমান সাগৰ বান্ধা চাউ,
সীতাৰে নিমিত্তে আমি যুদ্ধ দিবা যাউ।

পদ— সাগৰত সেতু বান্ধে নল-নীল বীৰে।
একে জাপে পাৰ হলা হনুমন্ত বীৰে॥
পাৰ হৈ হনুমন্তে চাৰিও দিশে চায়॥
সিংথপা বৃক্ষৰ তলত সীতাক দেখা পায়॥

(৩) কন্যাৰ ঘৰত দৰাপক্ষৰ আয়তীয়ে গায়—
প্ৰাণৰ পত্ৰ লিখি দিলাহে জানকী,
প্ৰাণৰ পত্ৰ লিখি দিলা না লো।
সেই পত্ৰ পাই ৰামে মাতি চায় অ',
জানকীক গহনা লাগে না লো॥
জানকীৰ গহনা দেখতে চমৎকাৰ,
কোননো বণিয়াৰ গঢ়শাল না লো। ইত্যাদি

(৪) বিয়াৰ দিনাখন পুৱা পানী তোলা গীত—
ওলাই আহা, শশীপ্ৰভা, ৰজাৰ মহামাদৈ,
ৰজাৰ মহামাদৈ।
শুভ ক্ষণে যাত্ৰা কৰি পানী তোলোঁ গৈ,
পানী তোলোঁ গৈ॥

হৰি মোৰ যাউ কত বেলি.
হৰি মোৰ নাপাও হাত মেলি,
হৰি মোৰ আকাশী গঙ্গাৰে জল।
হৰি মোৰ যমুনা, যমুনা
হৰি মোৰ অ' আই যমুনা,

হৰি মোৰ যমুনায় আছা ঐ ভৰি।
হৰি মোৰ জল এৰি দিয়া,
হৰি মোৰ আই জলকুৱঁৰী,
হৰি মোৰ মুঠাতে আনিছো কড়ি॥

(এই বুলি জলৰ মূল্য স্বৰূপে হাতৰ মুঠিৰ কড়িটো পানীত দলিয়াই দি তিনিটা লহৰ তুলি কলহ / লোটাৰে পানী তোলে।)

(৫) পানী লৈ ঘৰ পাওঁতে গায়—

ছুৱাৰ মেলা, ছুৱাৰ মেলা কাঠৰ হেঙাৰ বাৰী,
আনিছো গঙ্গাৰে জল নিয়া আগ বাঢ়ি।
ঠাইখিনি মুচা কাচা, জলখিনি থোৱা,
কলসীৰে মুখ ঢাকি ফুলাম কাপোৰ দিয়া।

(৬) ছুপৰীয়া শৰাধত মাঙ্গলিক কাৰ্য্য কৰোঁতে—

(ক) ৰামুণ পুৰোহিত পুৱাই আহিলোঁ মাতি,
আহিলা গধূলি ভাঠিছে ৰাম।
সুখীয়াৰে ছলি ভোকে ছুখ পালা,
কিনো··· বামুণৰে হেলা হে ৰাম। ইত্যাদি

(খ) সাগৰৰে জল আনি ও
হৰি হে, আসন্ত কৰিলা,
ক'লা-ৰভা-বগা ফুলে ও
আজলি ভৰিলা।
ৰাহি ফুল থোৱা বোপা ও
হৰি হে, সাজ ফুল লোৱা,
যি যেনে ফুল লাগে ও
দাদেৰ আগত থোৱা। ইত্যাদি

এই অনুষ্ঠানত মহাভাৰত, ৰামায়ণ, ৰুক্মিণী-হৰণ আদি শাস্ত্ৰৰ পৰাও গীত গোৱা হয়।

(৭) শ্ৰাদ্ধ হলে দৰা / কন্যাৰ স্নানৰ প্ৰস্তুতি চলে। প্ৰথমতে নখ কমোৱা হয়। আয়তীয়ে গীত জোৰে—

ক'ৰ পৰা আহিলি বেজ ভই মাথাত দিলি হাত,
কিবা জাতি, কিবা কুল, নকলা আমাক। ইত্যাদি

(৮) কলৰ গুৰিত গা ধোওতে গায়—

কলৰ গুৰিত ঠিয়া দিছে হে শ্ৰীৰাম চৌধুৰী,
ধুৰবাকে ওলাই নাহে মায়েক পটেশ্বৰী।
প্ৰথমতে মুঠা দিবা মাহুৰে বাটিতে,
হালধি তেলকে আনি ঘঁহিবা গাৱতে।
হালধি বটিছে কোনে, ডোখৰাই ৰহিছে,
পিচলিয়া গাৰ পাই পিচলি পৰিছে।
অ' কিনো ইজোৰা কাপোৰে,
অ' কিনো বাপুকে মুগুবায়,
আৰু এক জোৰা লাগে বাপুৰ বিয়া।
অ' কিনো দাউৰি যোৱাগৈ,
অ' কিনো মামেকক কোৱাগৈ।
গা ধুই বাপু তোৰ পতুৱাতে ভৰি,
তোৰ আছে ডাঙৰ ভিনহি, নিব কোলাত তুলি।

(৯) সুৱাগ-জাৰা গীত—

সুৱাগ জাৰা, সুৱাগ জাৰা, আপুনাৰে আই,
ভাল কৰি সুৱাগ জাৰা, বিবাহকে যাই। ইত্যাদি

(১০) বাতি দৰাই সাজ-পাৰ পিন্ধিব ধৰোঁতে গোৱা গীত—

পাগুৰি মাৰা, পাগুৰি মাৰা,
পাগুৰি মাৰিবা টানিহে ৰাম,
অচিনাৰা ৰাজ্যকে যাবা,

নিন্দিৰকে কোলে হে ৰাম।

(১১) দৰা যাব ওলালে গায়—

লক্ষণ সুধিছো তোমাকে, বজ্র-শিলা ধেনু ভাঙৰা যাবানা লগতে? লক্ষণ, সুধিছো তোমাকে। ইত্যাদি

(১২) দৰা কন্যাঘৰলৈ যাওঁতে বাটত গোৱা গীত—

ওৰে বকুৱা, গুমুতকে ওলালা ও,
ওৰে বকুৱা সীতা ৰাম বকুৱা ও,
ওৰে বকুৱা, মায়েকক নমস্কাৰ কৰি। ইত্যাদি

(১৩) কন্যাঘৰৰ চোতালত—

আহি মাৰি পালা চাৰ পীৰাখনি,
ৰহি মাৰি পালা কাঁহীহে ৰাম।
উৎসৰ্গাতে পালা জাম্বৱতী কন্যা,
বাপু তোৰ কপালত আহি হে ৰাম॥ ইত্যাদি

বিয়াৰ ৰাতি এই অনুষ্ঠানত আয়তীসকলে উলহ-মালহত ভোল গৈ এবিধ বিশেষ ধৰণৰ বিয়া-গীতো গায়। বৰপেটাৰ ফালে ইয়াক 'খিচা-গীত' বোলে। ইয়াৰ আন এটি নাম হ'ল 'জোৰা-নাম'। আগতে নভবা-নিচিন্তাকৈ উপস্থিত বুদ্ধি খটুৱাই নানা কথা জোৰা দি গোৱা বাবে নাম হৈছে 'জোৰা-নাম'। আকৌ এনেকুৱা গীতত দৰা কন্যা উভয় পক্ষৰ আয়তীয়ে হাঁহি-তামচা আৰু ঠাট্টা-বিদ্রূপৰ সুৰত পৰস্পৰক 'খিচে' বাবে নাম হ'ল 'খিচা-গীত'। দুটিমান উদাহৰণ তলত দিয়া হ'ল—

(ক) ওচিনাৰে (পানী-পচা] পানীখিনি কত ফেলম সিঁচি,
কইনাৰে মায়েকক কত মাতিম খিচি।
নাকান্দিবা কইনাৰ মাক, হলা বেৰত ধৰি,
জীয়েৰকৈ জোঁৱাই ঠগা [ঠগুৱা],
ভিয়ঁহুৰে জালী।

[খ] বাপু যাবিতো যাবি;
শাহুৱে দিয়া মেকা [বাহি] পিঠা
লগৰীয়াক এবিও নাখাবি।
... ... ... ... ... ... ... ... ... ...
আমি কৰোঁ খচ্ খচ্ [খৰধৰ]
বাপুই কৰে ৰাতি,
আবুয়েকৰ ফুলা বিচনাত
বাপুই হুয় কাতি। বাপু যাবিতো যাবি।

সুৱাগৰ ধান বান্ধা, পানী তোলা, গা ধুৱা, সুৱাগজাৰা আদি অনুষ্ঠানৰ গীত কন্যাঘৰৰ আয়তীসকলে প্ৰয়োজন বিশেষে কিছু সাল-সলনি কৰি গায়। এই অধ্যায়ত বিবাহৰ বিভিন্ন কাৰ্য-সূচীত গোৱা বিয়াগীতৰ আৰ্হি একোটি বা দুটিকৈহে উল্লেখ কৰা হৈছে। এনেকুৱা সুশ্ৰাব্য আৰু বিমল আনন্দদায়ক বিয়াৰ গীত বৰপেটা অঞ্চলত ঠাহ খাই আছে। গীতবোৰ সুৰ লগাই পঢ়িলেহে তাৰ মাধুৰ্য উপলব্ধি হব। সময়ৰ লগে লগে এফালে যেনেকৈ আধুনিক বিয়া-গীতৰ আহি নাৰী সমাজত প্ৰবেশ কৰিলে, আনফালে তেনেকৈ পুৰনি গীতৰ চৰ্চা-অনুশীলন কমি আহিব ধৰিলে। এতিয়া দুই চাৰি গৰাকী বয়োবৃদ্ধা আয়তীৰ মুখত বোৱা এই বিয়া-গীতবোৰৰ উপযুক্ত সংৰক্ষণ ব্যৱস্থা নহলে, এই বিধ আপুৰুগীয়া জাতীয় সম্পদ বিস্মৃতিৰ গৰ্ভত বিলীন হৈ যাব।

## (জ) নাও খেলৰ গীত

বৰপেটা অঞ্চলত নাও খেলৰ প্ৰচলন কেতিয়াৰ পৰা হৈছিল, সেইটো জনা নাযায় যদিও স্থানীয় বিশ্বাস মতে উনৈশ শতিকাৰ শেষ ভাগৰ পৰা বৰপেটা কীৰ্ত্তনঘৰৰ পাছ ফালে থকা খট্-খটীৰ জানত দুজনা গুৰুৰ কীৰ্ত্তন মহোৎসৱত পোন প্ৰথম নাও খেলৰ

প্ৰতিযোগিতা হৈছিল। বৰপেটা চহৰ আৰু তাৰ আশে পাশে থকা গাওঁত কুৰিখনৰো বেছি খেল নাও আছিল। খেলনাওৰ গৰাকী হব পৰাটো সমাজত আভিজাত্যৰ পৰিচয় আছিল। সুনিপুণ সুত্ৰৰ দ্বাৰা তৈয়াৰী হেঙুল-হাইতাল আদিৰে সুশোভিত খেল নাওত সুন্দৰ, সুঠাম দেহৰ ডেকাসকলে বঠাৰ চাবে চাবে তাল ৰাখি গীত গোৱা দৃশ্যই দৰ্শকৰ আৰু বাইচা সকলৰ মন-প্ৰাণ ৰোমাঞ্চিত কৰিছিল। খেল নাওত সাধাৰণতে আগত এজন আগুৱালু আৰু গুৰিত দুজন গুৰিয়াল আছিল। গীত লগাই দিয়া পাঠকজনক কনাকাটাও বোলা হয়। নাও-খেল প্ৰতিযোগিতাত কনাকাটাই বিশিষ্ট ভূমিকা লৈছিল। তেওঁৰ ভঙ্গিমাৰ কৌশল আৰু নিপুণতাৰ ওপৰত খেলৰ হাৰ-জিত বাৰুকৈয়ে নিৰ্ভৰ কৰিছিল। কালৰ গতিত যেতিয়া মৰানদী আৰু হাৰিজানৰ মুখ বন্ধ কৰি দিয়া হ'ল, তেতিয়া বৰপেটাৰ এই গৌৰৱমণ্ডিত ঐতিহ্য লোপ পালে। আজিকালি মঞ্চত নাও সাজি গায়কসকলে যি নাও খেলৰ গীত পৰিবেশন কৰে, তাত যেন গীতৰ দেহটোহে আছে—প্ৰাণটো নাই।

নাও খেলৰ গীত ঘাইকৈ কৃষ্ণ-লীলাৰ ওপৰত ৰচিত হৈছিল। তাৰ উপৰিও সামাজিক জীৱনৰ আধাৰত ৰচিত বহুতো লোকগীত নাও খেলত গোৱা হৈছিল। একালত প্ৰশাসনৰ বাবে অসমখন পূৰ্ববঙ্গৰ লগত সাঙুৰি দিয়াৰ ফলত বঙালী ভাষা-সংস্কৃতিৰ প্ৰভাৱ অসমীয়া সমাজত পৰিছিল। সেইকাৰণে কিছুমান গীতত বঙলা কৃষ্টিৰ প্ৰভাৱ দেখা যায়। নাও খেলৰ গীতৰ কিছুমান আৰ্হি তলত দিয়া হ'ল :—

(ক) খেলৰ আৰম্ভণতে 'অনন্ত কোটি ব্ৰহ্মাণ্ড'ৰ অধিপতি নাৰায়ণক চিন্তা কৰি পাঠকে ঘোষা লগাই দিয়ে—

(১) ও হায় ৰে হৰি ৰে, হৰি ৰাম এ ৰাম এ,
ও ভায়া, হেইছো পাডা। (ইয়াৰ পাছত ৰামায়ণ আৰু অন্য শাস্ত্ৰৰ পৰা কাটি উলিয়াই পদ গায়।)

(২) হৰি হে, অৰ্জুনৰ ৰথৰ সাৰথি নাৰায়ণ, হৰি হে।
পদ— সুধন্বা দেখন্ত কৃষ্ণ ৰথৰ উপৰে।
কৰযোৰে কৰি বীৰে নানা স্তুতি কৰে॥
আজিহে সাম্ফল মোৰ ভৈলাহা জীৱন।
একত্ৰে দেখিলো আজি নৰ-নাৰায়ণ॥

(খ) বাছা নন্দৰ দুলাল,
অত ৰাতি ধেনু চাৰে মোৰ
কাৰ ঘৰৰ ছৱাল,
বাছা নন্দৰ দুলাল। (ইয়াৰ পাছত শিশু-লীলা আদিৰ পৰা কাটি উলিয়াই পদ গায়।)

(গ) ৰাতি পুৱাইলো ৰে কুকুৱাই পাৰে ৰাৱ,
বালাত বাগৰি কান্দে দুটি বাঘৰ ছাৱ।
পদ— জাগিলা বিহঙ্গনে পূৰে উঠে ভানু,
ৰাধা আঞ্চলে ধৰি বিদায় মাগে কানু।
কিনো নিদাৰুণ তুমি টেণ্টন কানাই,
আশা নতু পুৰন্তে এৰিলা যদুৰাই।

(ঘ) মিছা মায়াতে ভুলাইলো হেলাই গোবিন্দৰে
নাম পাইলাম নাথৰে... ... ...
কানাই পাৰ কৰা হে, এ বেলিৰ পৰিল ছায়া,
নষ্ট হৈলো দধিৰ ভাণ্ড, বাজাৰ হৈলো বয়া।
অন্য ৰাধেক পাৰ কৰিলে লওঁ আনা আনা।
ভই ৰাধেক পাৰ কৰিলে লম কাণৰ সোণা॥

(ঙ) হায় মোৰ মলুৱাৰে, ও মোৰে মলুৱাক কোনে মাৰিলে
হায় মোৰ, হায় মোৰ মলুৱাৰে।
কি এ নেথা নেথা কৰে ভাই
নেথা আনি দিলু মই
নেথাতে ধৰি ধৰি কান্দে মোৰ মলুৱাৰে।
কি এ যঁতৰ যঁতৰ কৰে ভাই
যঁতৰ আনি দিলু মই
যঁতৰত ধৰি ধৰি কান্দে মোৰ মলুৱাৰে। ... ...

(ভৰ বাৰিষা উৎসৱ নোহোৱা দিনত এই গীতটি শুনিলে বুজিব লাগিব যে, বাঘ চিকাৰ কৰি মানুহে খেলনাওত বাঘটো লৈ আহিছে কাছাৰীত কৰ্তৃপক্ষক দেখুৱাবলৈ।)

(চ) হৰিণ চিকাৰ কৰি আনিলেও নাওখেলৰ গীত গায়—
(১) ৰাম আহিলো ৰে, বনে মৃগ মাৰি ৰাম আহিলোৰে। ইত্যাদি
(২) কইনা ফুলেশ্বৰী এ, এহে ফুলৰে বৰ হাবিলাস
ও হায়ৰে হৰিৰে, কইনা ফুলেশ্বৰীৰে।
ও ভায়া, হেইছো পাতা। ইত্যাদি

## (ঝ) মহখেদা গীত

আঘোণ মাহৰ পূৰ্ণিমাৰ দিনাখন আৰু তাৰো দুই-তিনিদিন আগৰে পৰা শিশুসকলে হাতত একোডাল লাঠি লৈ ঘৰে ঘৰে গৈ মহখেদাৰ গীত গায় আৰু বৰঙণি তুলি সেই পইচাৰে নদীৰ বালি চাপৰিত 'লগ-ভাত' খায়। ইয়াকে মহখেদা বা মহোহো বা ভাওল দিয়া উৎসৱ বোলে। এই উৎসৱ কিমান পুৰণি, সেইটো জনা নাযায়। এই উৎসৱ প্ৰতীক ধৰ্মী শিশু উৎসৱ যেন লাগে। জনসাধাৰণৰ মাজত এটা বিশ্বাস আছিল যে, মহোহো উৎসৱৰ পাছৰ পৰা বাৰিষা কালত বৈ যোৱা মহবিলাক ঘৰ-দুৱাৰ এৰি গুচি যায়।

অহোম্বো গীতৰ আৰ্হিঃ—

আওৰি মোহোহো, মহ খেদন্দ যাউছো।
মই মলে মই দাবুৱা, তেপৰ মূৰা খাবুৱা॥
তেপৰিত নহল কুন, চাউলে কঠি ভুনে ভুন।
চাউলেদি দিলু খৰি, আতাৰ ঘৰ লৰি চৰি॥
আতাৰ ঘৰ লৰন্তে, আবুই চাউল চৰন্তে।
আবুও মই বিয়া খাউ, বাঘোৰ বৰণে যাউ॥
বাঘ কাকা হানি আহ, মুইহ কাকা খেদি আহ।
দাপ্ নিছিঙা ঘাটে, কি নাঘাটে ঘাটে॥
মুইহোৰ শিং হেকাৰ ফেকাৰ, তাতে পৰিল মাছৰোকা।
মাছৰোকাৰ দীঘল ঠুঁট, কুঘে মাৰু ঢাপ-ঢুপ॥
নাকান্দিদা তেলৰ চাতি, আঘোণ মাহত লগাম বাতি॥
আঘোণত পূৰ্ণিমা হয়, মহ খেদ্ৱাৰ হুকুম হয়॥
মহ খেদিলে কলঠি পায়, সেই কলঠি উদে খায়।
উদে নাখে খাব কি, হাবিৰ মাজত পাব কি॥
ভাল হক, কুশল হক, টকা এটা দিবৰ মন কৰক।
সেই টকাত শটা বাঢ়ক, ভাল হক কুশল হক॥

(ঞ) ল'ৰা-ধেমালিৰ গীত— কথা-গুৰুচৰিতত শঙ্কৰী যুগৰ সৰু ল'ৰাসকলৰ খেল-ধেমালিৰ নাম আছে। যেনে, ঢোপ, ভটা, ঘিলা, চোৰ, ডুগ, ছুৱাৰ, পচি, বাঘ, ছাগ ইত্যাদি। উমলাতো বৃন্দাৱনৰ খেলাহে কৰিছিল। খেলাৰ মাজতে বুলিছিল— "শ'লে মলে, কাৱৈ পালঙ্গে দৰিকে বাঙ্গনে, বৌএ ঔএ, চুকা মাগুৰে, ঢেকীয়া মোৱা, বাবৰি বটিয়া, খলিহা বৈহাৰে।" ইয়াৰ পৰা তেতিয়াৰ লোকৰ খাদ্যৰ অভিৰুচি সম্পৰ্কে জানিব পাৰি।

ৰবা হাউ, হাফ্লা (long jump), কথ্ বা টানা (tug of war),

ঢোপ, হ'ল-খেল, ফুৰ্ত্তি খেল আদি খেল ল'ৰাবিলাকৰ বৰ প্ৰিয় আছিল। পুৰণি দিনৰ খেলবিল্যকৰ দুই এবিধহে নতুন নামত এতিয়া প্ৰচলিত আছে। হাউ খেলত একে উশাহতে এজন খেলুৱৈয়ে দৌৰি গৈ বিপক্ষৰ ল'ৰাক চুই নিজ দললৈ উভতি আহোঁতে এনেকৈ গাইছিল—

(১) হাউৰে লাটিম, তৌৰালেদি কাটিম, তৌৰালৰ চিকিমিকি, বিজুলীকা নাচিম।

(২) হাউ কুত্ কুত্ মেঘৰ জালি, ঘোৰাৰ নাকত দিলু কালি, কি বৰুণৰ পাতে, কাঞ্চনমালা গাঁথে।

ভৰ জাৰকালি ৰাতিপুৱা শীতত ঠেৰেঙা লগা সৰু সৰু দুখীয়া ল'ৰাবোৰে ওলাই আহি আলিৰ দাঁতিত ৰ'দ কাঁচলিত শাৰী পাতি ঠিয় হৈছিল। ওপৰেদি আকাশ ঢাকি ভেলা চৰাই উৰি উৰি যোৱা দেখিলে গীত জুৰিছিল—

'ক'ৰ ভেলা ক'ত যা, হাজাৰ টকা দি যা, নেদা যদি ব'টতে মৰি যা।' কোনোবা এজনে শাৰীৰ পৰা আগলৈ আহি ছা কৰি ধৰিলে গাইছিল—

'ছা কৰা কৰি, মাক মৰা মৰি, এটি দুটি চাউল খাই, মাক মৰিছে ঘৰক যাই।'

(ট) **ৰবশী বোৱা গীত**— বাৰিষা দোকোল-ট'কা বানত নানা তৰহৰ মাছ-পুঠি নৈ, বিল আদিৰ পৰা ওলাই আহি গাওঁ-ভুঁইত সোমায়। সেই সময়ত সৰু ল'ৰা-ছোৱালীয়ে পাল পাতি বৰশী বায় আৰু মনৰ আনন্দতে গায়—

'শিংৰাৰ মাক জাপঁৰী, তই হুলি বৰ গিৰী।
ধৰ শিংৰা ধৰ, একে খোঁটে তল কৰ, মাৰি দিওঁ, বাঙ্গতে পৰ।'

(ঠ) **নিচুকণি গীত**— কেচুৱা ল'ৰা-ছোৱালীক নিচুকাবলৈ

গোৱা গীত সাধাৰণতে শ্ৰীকৃষ্ণৰ শিশু-লীলাৰ 'কাণ-খোৱা' আখ্যানৰ ওপৰত গোৱা হয়। তদুপৰি কেচুৱাক ভয় দেখুৱাই শাঁত কৰিবলৈ এনে ধৰণৰ গীত গায়—

হাপা ৰে মেঙু কাণত সোপা দেউ।
যাৰ যেনি ছলি কান্দে, মোনাত ভৰে নেউ॥

'কাণ-খোৱা'ৰ গীতৰ আৰ্হি এটি তলত দিয়া হল—

ঘুমটি যাওৰে শুৰে কাণ খোৱা
হেৰে কাণ-খোৱা আছে,
সকল শিশুৰ কাণ খাই ফুৰে
আসয় তোমাৰ পাশে।

(ড) বিহু-গীত— বিহু-গীত বুলিলে আমি সাধাৰণতে বসন্ত কালত বহাগ বিহুৰ সময়ত ডেকা-গাভৰুৱে গোৱা প্ৰাণৰ গীত বিলাকক বুজো। যৌৱনৰ মাধুৰ্য আৰু উন্মাদনা সনা এনেকুৱা গীত উজনিৰ পৰা নামনিৰ ফালে আহিবৰ বেছি বছৰ হোৱা নাই। বৰপেটাৰ ফালে এতিয়ালৈ ই যেন ৰঙ্গমঞ্চৰ ওপৰতে আৱদ্ধ হৈ আছে।

নৃত্য – সঙ্গীতৰ এটা প্ৰধান অঙ্গ হ'ল নৃত্য। বৰপেটা অঞ্চলত অতীতৰে পৰা নানা বিধ নৃত্যৰ প্ৰচলন দেখা যায়।
(১) লোক-সংস্কৃতিৰ বিভিন্ন উপাদানৰ নিচিনাকৈ লোক-নৃত্যও অতি পুৰণি কালৰ। বড়ো কছাৰী জনজাতি সম্প্ৰদায়ৰ খেৰাই নৃত্য, ৰাভা সম্প্ৰদায়ৰ খুকচি নৃত্যই এতিয়াও জন-গণক আনন্দ দি আছে।
(২) শৈৱ আৰু শাক্ত ধৰ্মী লোকসমূহৰ দেৱ-মন্দিৰত প্ৰচলিত আছিল দেৱদাসী আৰু দেওধনী নৃত্য। বুৰঞ্জী প্ৰসিদ্ধ ডুবিৰ পৰিত্যক্ত শিৱ দেৱালয়ত ডুবি খনিকাৰ প্ৰথমাৰ্দ্ধলৈ দেৱদাসী

নৃত্য চলিছিল। আহোম ৰজা শিৱসিংহই ১৭৪০ খৃঃত ভুবি দেৱালয় নতুনকৈ সজাই দিছিল আৰু দেৰগাওঁ নেঘেৰীটিঙৰ শিৱদ'লৰ পৰা গায়ন, বায়ন আৰু তিনিটা নটীৰ পৰিয়াল আনি থাপনা কৰিছিল। সম্প্ৰতি এই বিধ নৃত্য বিলুপ্তিৰ পথত।

(৩) শ্ৰীমন্ত শঙ্কৰদেৱৰ অভ্যুত্থানৰ পৰা বৈষ্ণৱ সংস্কৃতি নতুনকৈ গঢ় লয় আৰু ই সত্ৰীয়া বা শঙ্কৰী সংস্কৃতি ৰূপে পৰিগণিত হয়। সত্ৰীয়া সংগীত যেনে বৰগীত, অঙ্কৰ গীত, আন শাস্ত্ৰীয় গীত আদি গাওঁতে প্ৰয়োজন বিশেষে গীতৰ লগত নৃত্যৰ সমন্বয় ঘটে। কৃষ্ণ নৃত্য, কালিদমন নৃত্য, দশাৱতাৰ নৃত্য, ঝুমুৰা নৃত্য, চালি নৃত্য সুত্ৰধাৰী নৃত্য, গোপী নৃত্য, ৰজাৰ নৃত্য, ৰাণীৰ নৃত্য, বীৰৰ নৃত্য, দূতৰ নৃত্য, ৰাক্ষসৰ নৃত্য ইত্যাদি সত্ৰীয়া নাচবিলাক বৰপেটা প্ৰমুখ্যে মহাপুৰুষীয়া থান-সত্ৰত প্ৰদৰ্শিত হয়।

(৪) **ওজাপালি নৃত্য**, প্ৰসিদ্ধ লোক-সংস্কৃতিৰ গৱেষক প্ৰদীপ চলিহাই ওজাপালি নৃত্যৰ প্ৰৱৰ্ত্তন ৮ম ৰ পৰা ৯ম শতিকাৰ ভিতৰত হৈছিল বুলি কব খোজে। ওজাপালিৰ বহুতো শাখা-প্ৰশাখা আছে। তাৰ ভিতৰত সুকনানী আৰু ব্যাহ বা বিয়াহৰ ওজাপালি প্ৰধান। শ্ৰীমন্ত শঙ্কৰদেৱৰ পৰা ওজাপালি নৃত্যই বিস্তৃতি লাভ কৰি সত্ৰসমূহত ঠাই লৈছিল আৰু তেতিয়াৰ পৰা ব্যাহ কীৰ্ত্তন সত্ৰীয়া সংগীতৰ অঙ্গ হৈ পৰে। সুকনানী ওজাই মনকৰ, দুৰ্গাবৰ আৰু নাৰায়ণদেৱৰ ৰচিত 'পদ্মপুৰাণ'ৰ গীত পদ গায়। বিয়াহৰ ওজাই বিষ্ণুপূজা, দুৰ্গা পূজা আদিত গীত-পদ গায়। সত্ৰীয়া বিয়াহৰ ওজাপালিয়ে ভাগৱত, পুৰাণ, মহাভাৰত, বৰগীত আদি শাস্ত্ৰৰ পৰা গীত-পদ গায়।

বৰপেটাত সত্ৰীয়া ব্যাহ কীৰ্ত্তনৰ প্ৰথমজন ওজা আছিল ওজা বংশৰ আদি পুৰুষ লক্ষ্মণ ওজা। বৰপেটাত সত্ৰ স্থাপিত হোৱাত

এইজন পুৰুষৰ নাতি নাৰায়ণ দাস ওজাই ব্যাহৰ ওজাপালি নৃত্য সত্ৰীয়া সংগীতৰ অন্তৰ্ভুক্ত কৰি লৈছিল।

এটা ওজাপালিৰ দলত এজন মূল ওজা, এজন ডাইনাপালি আৰু ৫ জনৰ পৰা ৮ জনলৈ পালি থাকে। বৰপেটাৰ ব্যাহ কীৰ্ত্তনীয়া ওজাপালিৰ দল এটাত এজন ওজা আৰু ১৮ জন পালি থাকে। তাৰে ভিতৰত এজন ডাইনাপালি থাকে। ক্ষেত্ৰী পৰগণাৰ ব্যাসকুছি অঞ্চলতহে সুকন্নানি ওজাপালিৰ চৰ্চা চলি আছে।

## নাট ভাওনা

শ্ৰীমন্ত শঙ্কৰদেৱ অসমীয়া নাটকৰ প্ৰতিষ্ঠাপক আছিল। গুৰুজনে অনুমান ১৫৪৬ খৃষ্টাব্দত বৰপেটাৰ চুণপোৰালৈ আহি মাধৱদেৱৰ মাতৃৰ মাহেকীয়া শ্ৰাদ্ধ উপলক্ষে পোন প্ৰথমবাৰ বৰপেটাত "পত্নী-প্ৰসাদ" নটুৱা-নাটৰ ভাওনা পাতিছিল। ফেয়াৰ্লি ৰিচমণ্ডে শঙ্কৰদেৱক "বিশ্বত মুকলি মঞ্চৰ সৰ্বপ্ৰথম স্ৰষ্টা" বুলি অভিহিত কৰিছে। তাৰ কিছুকাল পাছত ১৫৮৩ খৃষ্টাব্দমানত শ্ৰীশ্ৰীমাধৱদেৱে বৰপেটাত প্ৰথম সত্ৰ স্থাপন কৰোঁতে "কোটোৰা খেলোৱা" নাটৰ অভিনয় প্ৰদৰ্শন কৰিছিল। সেই অভিনয়ত মথুৰাদাস বুঢ়াআতা, বৰবিষ্ণু আতা, জনাৰ্দ্দন আতৈ, শ্ৰীৰাম আতা প্ৰমুখ্যে আতাপুৰুষ আৰু ভকতসবে অংশ গ্ৰহণ কৰিছিল। শঙ্কৰী যুগত শ্ৰীমন্ত শঙ্কৰদেৱ ৰচিত নাটকক অঙ্ক আৰু শ্ৰীমাধৱদেৱ ৰচিত নাটসমূহক সাধাৰণতে ঝুমুৰা বোলা হৈছিল। পৰৱৰ্ত্তী কালত অঙ্ক-ঝুমুৰাৰ পৰিবৰ্ত্তে এইবোৰক নাট, নাটক, যাত্ৰা, নৃত্য, অঙ্কীয়া-নাট বুলিবলৈ ধৰিলে। সময়ৰ লগে লগে ৰামায়ণ, মহাভাৰত, পুৰাণ আদি বিবিধ শাস্ত্ৰৰ পৰা উপাদান সংগ্ৰহ কৰি পূৰ্ণাঙ্গ নাটক (অৰ্থাৎ পাঁচোটা অঙ্ক থকা) ৰচিত

আৰু প্ৰদৰ্শিত হ'বলৈ ধৰিলে। থান-সত্ৰৰ চৌহদত উৎসৱ-পৰ্ব উপলক্ষে আজিলৈকে এনেকুৱা যাত্ৰাভিনয় অনুষ্ঠিত হৈ আছে। বৰপেটা সত্ৰত বহাগ বিহুত ৭ পালা আৰু দৌল-উৎসৱত ২/৩ পালা যাত্ৰা বংশাৰা সকলে পূৰ্বাপৰ নীতি অনুসৰি অভিনয় কৰে। তাৰ উপৰি মাঘ-বিহু আদি উৎসৱত কীৰ্ত্তনঘৰৰ ভিতৰত 'বৰ-ধেমালি' ৰ নিচিনা নাটৰ অনুষ্ঠান প্ৰদৰ্শিত হয়।

উনবিংশ শতিকাৰ পৰা অসমত ইংৰাজৰ শাসন প্ৰবৰ্ত্তিত হয় আৰু প্ৰধানকৈ বঙালী কৃষ্টি-সভ্যতা অসমীয়া সমাজত প্ৰবেশ কৰে। বঙালী নাট্য-যাত্ৰাগানত ভোল গৈ অসমীয়া লোকেও যাত্ৰাদল সাজিছিল আৰু বঙালী নাটকৰ অভিনয় কৰিছিল। ১৯১৯ চনৰ ২৭ ডিচেম্বৰত অনুষ্ঠিত আসাম এচোচিয়েচন কনফাৰেঞ্চৰ ষোড়শ অধিবেশনৰ সভাপতি স্বৰ্গীয় পদ্মনাথ গোহাঞিবৰুৱাই ভাষণ প্ৰসঙ্গত কৈছিল— "...,গান বাদ্য আদিৰ চৰ্চ্চাতো বৰপেটীয়া ৰাইজক অসমত বাট-লগাওঁতা (pioneer) বুলিব পাৰি। আধুনিক প্ৰথাৰে যাত্ৰাদল গঠন কৰা কাৰ্যাত বৰপেটা আটাইতকৈ আগ বুলিলে বোধকৰোঁ মিছা কোৱা নহয়; কাৰণ আমাৰ ল'ৰা কালত যেতিয়া ৺তিথিৰাম ওজাৰ যাত্ৰাদলে উজনি অসমকো বিমোহিত কৰিছিল গৈ,— সি আজি কুৰিমান বছৰৰ আগৰ কথা – তেতিয়া অসমৰ আন আন ঠাইত এই বিষয়ক চৰ্চ্চা আছিল যদি আমি গম পোৱা নাছিলো।..." উনৈশ শতিকাৰ শেষ ভাগৰ পৰা কুৰি শতিকাৰ আগ ভাগলৈ সৰ্থেবাৰীৰ প্ৰখ্যাত বায়ন ৺চেনিৰাম বায়নে মহাপুৰুষ দুজনা গুৰুৰ অংকীয়া নাটৰ আৰ্হিত কেবাখনো 'ধুৰা নাট' নিজে ৰচনা কৰি বৰপেটাৰ গ্ৰাম্য অঞ্চলত প্ৰদৰ্শন কৰি ৰাইজৰ পৰা প্ৰশংসা লাভ কৰিছিল। অসমীয়া সমাজৰ পৰা বঙালী ভাষা-সংস্কৃতিৰ খোপনি একৰাবলৈ উনৈশ শতিকাৰ শেষ ভাগত পাঠশালাৰ ৺সন্তৰাম চৌধুৰীয়ে "পাঠশালা নাট্য

সমিতি” প্ৰতিষ্ঠা কৰিছিল আৰু অসমীয়া ভাষাত নাট উলিয়াই মঞ্চস্থ কৰিছিল। ১৯১১ চনত বৰপেটাত অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে “বৰপেটা সনাতন সঙ্গীত সমাজ” প্ৰতিষ্ঠা কৰি তেওঁৰ ৰচিত অসমীয়া নাটক “জয়দ্ৰথ বধ”ৰ মুকলি মঞ্চত অভিনয় কৰিছিল। তাৰ পাছতে “ভক্ত গৌৰৱ”, “কল্যাণময়ী” আদি নাটক মঞ্চস্থ কৰে। অসমীয়া ভাষাত নাটকৰ অভিনয় দেখুওৱা এইটোৱে বোধহয় প্ৰথম ভ্ৰাম্যমান নাট্যদল আছিল। এই দলটো ১৯১১ চনৰ পৰা ১৯৩৮ চন মানলৈ আছিল। এওঁলোকে মুকলি মঞ্চৰ উপৰিও থিয়েটাৰো কৰিছিল। অসমৰ নাট্য আন্দোলনৰ অন্যতম বাটকটীয়া আছিল শিলা গাওঁৰ (পিছলৈ সৰভোগৰ) বিপ্লৱী-শিল্পী ব্ৰজনাথ শৰ্মা। তেওঁৰ “আসাম কহিনুৰ থিয়েটাৰ পাৰ্টি”য়ে ১৯৩৩ চনৰ নবেম্বৰ মাহত পোন প্ৰথম বাৰৰ বাবে ডুমডুমাত সহ অভিনয় প্ৰদৰ্শন কৰিছিল। অসমীয়া নাট্য জগতলৈ শৰ্মাদেৱৰ এয়া চিৰ যুগমীয়া মৌলিক অৱদান বুলি স্বীকৃতি লাভ কৰিছে। ষাঠিৰ দশকত পাঠশালাত অচ্যুত লহকৰ আৰু সদা লহকৰ প্ৰতিষ্ঠিত ভ্ৰাম্যমান “নটৰাজ থিয়েটাৰ” বৈপ্লৱিক প্ৰচেষ্টা, নতুন চিন্তা-চৰ্চা, উপস্থাপন ৰীতি আৰু কাৰিকৰী কৌশলৰ গুণত সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰিছিল। ত্ৰিশৰ দশকত স্থাপিত বৰপেটা চহৰৰ “মিলন মন্দিৰ নাট্য সমাজ”ৰ দ্বাৰা অভিনিত নাটকে অসম তথা ভাৰতৰ কেবাখনো নগৰত প্ৰশংসা লাভ কৰিছিল। পাঠশালাৰ কৃষ্ণ ৰায়, ৰতন লহকৰ প্ৰমুখ্যে প্ৰযোজক সকলৰ “কহিনুৰ”, “আহ্বান”, “আৰাধনা” আদি ভ্ৰাম্যমান থিয়েটাৰে আধুনিক নাট্য-শিল্পত বিশিষ্ট অৰিহণা যোগাব পাৰিছে। সেইদৰে একালত সৌটুপুৰী, ফুলোৰগুৰি আদি গ্ৰাম্যাঞ্চলৰ যাত্ৰাভিনয়ৰ দলসমূহে বিয়া-সবাহ আদিত চহৰে-নগৰে উক্ত মানৰ অভিনয় প্ৰদৰ্শন কৰি ফুৰিছিল। কালৰ গতিত এনেকুৱা অনুষ্ঠান প্ৰতিয়া লোপ পাইছে।

অসমৰ সৰ্বজন বিদিত কৌতুক অভিনেতা নিংনি ভাওৰীয়া বৰপেটাৰে লোক আছিল।

এইখন বৰপেটা ধামতে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই যেতিয়া তেওঁৰ যৌৱন কালৰ সৰহখিনি সময় অতিবাহিত কৰিছিল, তেতিয়া তেওঁ সত্ৰৰ হাটীয়ে হাটীয়ে আৰু শিল্পী-ওজা সকলৰ ঘৰে ঘৰে ফুৰি শঙ্কৰী কলা-সংস্কৃতিৰ বিভিন্ন বিষয়ৰ জ্ঞান আয়ত্ত কৰিছিল আৰু তেতিয়াৰ অসম সঙ্গীত-কলা অকাডেমীত সেই বিষয় সম্বন্ধে চিন্তা-গৱেষণা কৰি অসমীয়া-কলা কৃষ্টিৰ গৌৰৱ অসমৰ বাহিৰতো প্ৰচাৰ কৰি ফুৰিছিল। কলাগুৰুৱে বৰপেটাৰ বুঢ়া সত্ৰীয়া ৺চতুৰ্ভুজ দেৱ মিশ্ৰৰ সমুখত শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰূপ-গুণ বৰ্ণাই তেওঁৰ এখন চিত্ৰ আঁকিছিল। সেইখন অসমীয়া বৈষ্ণৱ ভকতৰ ঘৰে ঘৰে অসমীয়া চিত্ৰ শিল্পৰ উজ্জ্বল নিদৰ্শন হৈ আছে। সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশত আৰু যিসকল শিল্পীয়ে বৰপেটাৰ নাম উজ্জলাই ৰাখিছে, তেওঁলোকৰ ভিতৰত আছে নাট্যকাৰ-অভিনেতা প্ৰসন্নলাল চৌধুৰী আৰু ব্ৰজালীৰ চন্দ্ৰ চৌধুৰী। প্ৰসন্নলালে "কালাপাহাৰৰ" ভূমিকাত যি অভিনয় কৰিছিল, তাক তেতিয়াৰ দৰ্শকে আজিও পাহৰা নাই। ব্ৰজনাথ শৰ্মাও সেই একে গৌৰৱৰ অধিকাৰী। নাট্যমঞ্চৰ সম্ৰাট বুলি অভিহিত চন্দ্ৰ চৌধুৰীয়ে নটসূৰ্য ফণী শৰ্মাৰ সৈতে উজনি-নামনিৰ বহুতো নাট্যমঞ্চত সুনিপুণ পৰিচালনা আৰু অভিনয়ৰ দ্বাৰা অসমত এক আলোড়নৰ সৃষ্টি কৰিছিল। 'লোকগীতৰ মধুকৰ' যোগেশ চন্দ্ৰ ভঁৰালীয়ে প্ৰথমতে কলিকতাত লোকগীত ৰেকৰ্ডিং কৰিছিল আৰু অসমৰ শ্ৰোতাক মুহি পেলাইছিল। বৰপেটাৰে এগৰাকী ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতজ্ঞ স্বৰ্গেশ্বৰ বায়ন ওস্তাদে গৌৰীপুৰৰ ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰি সেই সময়ৰ বিখ্যাত গায়ক থাম্বোচিং, আব্দুল কৰিম খান, পণ্ডিত বিষ্ণু দিগম্বৰ আদিৰ লগত একেলগে সঙ্গীত পৰিৱেশন কৰিছিল।

মণিপুৰ আৰু ভূটানৰ ৰজাই তেওঁক আমন্ত্ৰণ কৰি মাতি নিছিল। সৰ্বশ্ৰী ফণী তালুকদাৰ, পুৰুষোত্তম দাস আৰু ৰত্ন ওজাৰ দৰে শিল্পীসকল বৰপেটাত জন্ম আৰু শিক্ষা লাভ কৰিছিল। গুৱাহাটীত অনাতাঁৰ কেন্দ্ৰ ( All India Radio Station ) স্থাপনৰে পৰা ৺পুৰুষোত্তম দাসে অসমীয়া গ্ৰাম্য সংগীতৰ প্ৰচাৰ আৰু বিকাশত বিশিষ্ট অৰিহণা যোগাইছিল। অসমীয়া নাট্য আন্দোলনত ফণী তালুকদাৰ আৰু ৰত্ন ওজাৰ অৱদান উল্লেখনীয়।

## পুৰাবৃত্ত

(১) মঠ মন্দিৰ— বৰপেটা অঞ্চলত পুৰণি কালৰ পকী মঠ-মন্দিৰ, ৰাজপ্ৰাসাদ, গড-প্ৰাচীৰ অথবা তেনেকুৱা ভগ্নাৱশেষ নাই বুলিয়ে কব পাৰি। যি দুই চাৰিটা প্ৰাচীন কালত স্থাপিত মন্দিৰ, দেৱালয় দেখা যায়, সেইবোৰৰ বৰ্ত্তমান অৱস্থালৈ কেবাবাৰো ৰূপান্তৰ ঘটিছে। পাঠশালা চহৰৰ অলপ দক্ষিণে ভুৰি গাওঁত অৱস্থিত পৰিহৰেশ্বৰ-দেৱালয় নামৰ শিৱ মন্দিৰটোৱে সম্ভৱতঃ আটাইতকৈ পুৰণি। কামৰূপ ৰাজ্যত আৰ্য সভ্যতাৰ আৰম্ভণৰ সময়তে এই দেৱালয়টো নিৰ্মাণ কৰা হৈছিল আৰু বৰ্মণ ৰাজবংশৰ ভাস্কৰবৰ্মাই দেৱালয়ৰ কাৰণে তামৰ ফলি যোগে মাটি-বৃত্তি দান কৰিছিল। জনশ্ৰুতি মতে, এখন টিলা পাহাৰত অৱস্থিত এই মন্দিৰটো কোনো অজ্ঞাত কাৰণবশতঃ তললৈ বহি গৈ জলমগ্ন হৈছিল। বহু কাল পাছত ধমৰুৰ নামৰ এজন ব্ৰাহ্মণে মাটিৰ তলৰ পৰা লিঙ্গটো উদ্ধাৰ কৰে। তেতিয়া আহোম ৰজা শিৱসিংহৰ বৰৰাণী ফুলেশ্বৰীয়ে ১৬৬৮ শকত লিঙ্গৰ ঠাইত মন্দিৰ সাজি দিয়ে আৰু দেৱগাওঁ নেঘেৰিটিঙৰ নট-নটী আৰু গায়ন-বায়ন আনি মন্দিৰত দেৱদাসী নৃত্যৰ প্ৰচলন কৰে। বৰপেটা চহৰৰ পৰা প্ৰায় ৮ মাইলমান দক্ষিণ-পূবে ভঞ্জেশ্বৰ গাওঁত অৱস্থিত শিৱ

মন্দিৰটোৰ বয়স সঠিককৈ নিৰূপণ কৰিব নোৱাৰিলেও ভাত থকা পকী গড়ৰ এটাৰ অন্তৰ্ভাগত থকা লিঙ্গটো অতি পুৰণি বুলি কব পাৰি। আহোম ৰজা শিৱসিংহই ঠাকুৰীয়া উপাধিৰ জনৈক দলৈৰ নামত দেৱালয়ৰ কাৰণে নিষ্কৰ ভূমি দান কৰিছিল। শঙ্কৰী যুগৰ আগতে বৰপেটা অঞ্চলৰ বহু ঠাইত শিৱ-মন্দিৰ আছিল যদিও সেইবোৰৰ এতিয়া কোনো চিন-চাব নাই।

আৰ্য গোষ্ঠীৰ লোকৰ আগমনত প্ৰথমতে শৈৱ আৰু শাক্ত ধৰ্ম চলিছিল। কিছু কাল পাছত কামৰূপত হিন্দু বৈষ্ণৱ ধৰ্মই মূৰ দাঙি উঠিছিল আৰু ঠায়ে ঠায়ে বিষ্ণু পূজাৰ অৰ্থে বৈষ্ণৱ দেৱালয় স্থাপিত হৈছিল। বৰপেটা চহৰৰ পৰা মাত্ৰ এমাইল দক্ষিণে অৱস্থিত নসত্ৰ গাওঁৰ কীৰ্ত্তনঘৰটো তেনেকুৱা এখন দেৱালয়। ইয়াৰ বিগ্ৰহটোৰ নাম বাসুদেৱ আৰু এই মূৰ্ত্তিটো দশম শতিকাৰ পিছৰ হব নালাগে বুলি ড° মহেশ্বৰ নেওগে তেখেতৰ "পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি" গ্ৰন্থত নিজৰ অভিমত প্ৰকাশ কৰিছে। চলিত প্ৰবাদ অনুসৰি এই মূৰ্ত্তিটো পাণ্ডুনাথ আদি অসমৰ কিছুমান তীৰ্থত হস্তান্তৰিত হৈ শেষত কোচ ৰজা নৰনাৰায়ণৰ দিনত নসত্ৰত প্ৰতিষ্ঠিত হৈছিল। চৰিত পুথিত নসত্ৰৰ উল্লেখ নাই, সম্ভৱতঃ কিয়নো ই কোনো শঙ্কৰী বৈষ্ণৱ ধৰ্মাচাৰ্য প্ৰতিষ্ঠিত সত্ৰ নহয়। প্ৰকৃততে ই এখন দেৱালয়হে আৰু ইয়াত আগতে এজন দলৈ আছিল। পাছলৈ তেওঁ মেধী বুলি খ্যাত হয়। আহোম ৰজাই দেৱালয়ৰ কাৰণে দণ্ডৰা, খাৰলাৰভিঠা আদি গাওঁত লাখেৰাজ ভূমি দান কৰিছিল।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ শুভ আগমনৰ ফলত বৰপেটা-বাউসী আৰু আন, আন পৰগণাত বৰপেটা, পাটবাউসী, সুন্দৰীদিয়া গণককুছি, কালজাৰ, ভৱানীপুৰ, গুৱাগাছা, গোমুৰা, জনিয়া প্ৰভৃত্যো অনেক মহাপুৰুষীয়া থান-সত্ৰ স্থাপিত হৈছিল। এই সত্ৰবোৰৰ

কীৰ্ত্তনঘৰত জ্বলি থকা অক্ষয় বন্তিয়ে মহাপুৰুষ দুজনা গুৰুৰ কীৰ্ত্তি-যশ উজ্জ্বলাই ৰাখিছে। তেওঁলোকৰ মনোনীত ধৰ্মাচাৰ্য সকলে প্ৰতিষ্ঠা কৰা বহুতো থান-সত্ৰ ( বিশেষকৈ ব্ৰহ্মপুত্ৰৰ পাৰ অঞ্চলৰ ) কালৰ গতিত লোপ পাইছে। সেইদৰে মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ সত্ৰ বহৰি, বনিয়াকুছি আৰু শ্ৰীশ্ৰীদামোদৰদেৱৰ সত্ৰ পাটবাউসী, ব্যাসকুছি আদিয়ে গুৰুসকলৰ নাম-যশ প্ৰচাৰ কৰি আছে। "তিনি ৰাজ্যৰ বন্দনীয়" থান বৰপেটাৰ কীৰ্ত্তনঘৰটো অসমৰ সকলো থান-সত্ৰৰ ভিতৰত সুবৃহৎ আৰু শোভন। মহাপুৰুষ শ্ৰীমাধৱদেৱে অনুমান ১৫৮৩ খৃষ্টাব্দত স্থাপন কৰা বৰপেটাৰ এই কীৰ্ত্তনঘৰটোৰ আজিলৈকে ছয় বাৰ ৰূপান্তৰ ঘটিছে।

(২) **গড়/প্ৰাচীৰ**— ফিঙুৱা নামৰ বঙালীত ৰাজত্ব কৰা সামন্ত ৰজা এজনে ভোটৰ উপদ্ৰৱৰ পৰা ৰাজ্য ৰক্ষা কৰিবলৈ ভোটান্ত মহিতাৰা গাওঁৰ কাষেদি এটা গড় নিৰ্মাণ কৰিছিল। গড়টো পশ্চিমে বৰ্ত্তমানৰ বিজনী মৌজাৰ মাজলৈকে বাগৰিছিল। ঠায়ে ঠায়ে ওখ মাটিৰ ঢিপ গড়টোৰ স্মৃতি বহন কৰি আছে। গড়টো ফিঙুৱাগড় নামে জনাজাত।

(৩) **পুখুৰী**— পঞ্চম/ষষ্ঠ শতিকামানত ওপোজা ডাক পুৰুষৰ জন্মস্থান লেহি-দঙৰা গাওঁত হেনো সাত শ সাতোটা পুখুৰী আছিল। সেই সময়ত এই গাওঁখন ব্ৰহ্মপুত্ৰৰ তীৰবৰ্ত্তী এটা বিস্তৃত অঞ্চল জুৰি আছিল গতিকে তাত বহুত পুখুৰী থকাটো সম্ভৱপৰ। প্ৰচলিত বচন এটি আছে—

"লেহি দঙৰা ডাকৰ গাওঁ,
সাত শ সাতোটা পুখুৰীৰ নাও,

সেইহে তিৰী পঞ্চবাণ বুজে,
তাইৰোৰ দমৰাই বিনা শিঙে যুঁজে।”

কুৰি শতিকাৰ আগ ভাগত আহি সেই অঞ্চলত বসতি কৰা পমুৱা লোকৰ কিছুমান বয়োবৃদ্ধ লোকে এই ঠাইত বহুতো পুখুৰী দেখা পাইছিল। ষাঠিৰ দশকৰ ব্ৰহ্মপুত্ৰৰ গৰা-খহনীয়াত সেই-দণ্ডৰা নদীত বিলীন হয় আৰু পুখুৰীবিলাকো নিশ্চিহ্ন হৈ যায়। সেই বিবিধ জ্ঞান-বিদ্যাৰ কেন্দ্ৰ আছিল। পুৰুষৰ নিচিনাকৈ তিৰোতাসকলো বিদুষী আছিল। তেওঁলোক সঙ্গীত বিদ্যাত পাৰদৰ্শী আছিল আৰু প্ৰয়োজন বোধে ৰাগ টানি মেঘৰ পৰা বৰষুণ নমাব পাৰিছিল বুলি বৰপেটা অঞ্চলত এটি জনবিশ্বাস আছে।

# দশম অধ্যায়

## অৰ্থনৈতিক অৱস্থা

### কৃষি, শিল্প, বাণিজ্য আৰু যাতায়াত

**কৃষি**— প্ৰাচীন কালৰে পৰা কৃষি মানুহৰ প্ৰধান জীৱিকাৰ পথ হৈ আহিছে। কুৰি শতিকাৰ আগলৈকে বৰপেটা অঞ্চলত জন-বসতি বৰ পাতল আছিল। আনহাতে কৃষিৰ উপযোগী যথেষ্ট মাটি ছন্ পৰি আছিল। সেইকাৰণে কৃষকে এডোখৰ মাটিতে আৱদ্ধ নাথাকি তিনি, চাৰি বছৰৰ মূৰে মূৰে নতুন পথাৰত কৃষি-কৰ্ম কৰিছিল।

ধানেই হৈছে বৰপেটা জিলাৰ প্ৰধান শস্য। কৃষিৰ মুঠ মাটিকালিৰ প্ৰায় ৭০ ভাগত ধান খেতি কৰা হয়। নানা জাতৰ মাহ, সৰিয়হ, দাইল, ধপাত, কুঁহিয়াৰ আদিৰ খেতিও পলসুৱা মাটিভাগত যথেষ্ট হয়। ওখ ভূমিত তিল, আদা, হালধি, কচুৰ খেতি ভাল হয়। উনৈশ শতিকাৰ শেষৰ পৰা বৰপেটা অঞ্চললৈ বঙ্গদেশৰ মমুৱা লোকৰ প্ৰব্ৰজন আৰম্ভ হোৱাত মৰাপাটৰ খেতি প্ৰসাৰিত হয়। জিলাৰ দক্ষিণাংশৰ দ' ঠাইত ভাল মৰাপাট উৎপন্ন হয়। চলিত শতিকাত বিহাৰ, নেপাল আদি দেশৰ পৰা লোক আহি ইয়াত বসতি কৰাৰ ফলত গম, যব, মাকৈজোৱা আদি শস্যৰ খেতি বহুলভাৱে প্ৰৱৰ্ত্তিত হৈছে। বাহিৰৰ পৰা অহা কৃষকে আমাৰ দেশীয় লাও, কোমোৰা, জিকা, ভোল, তিয়ঁহ, বেঙেনা, আলু, লাই, পালেং আদি শাক-পাচলিতকৈ উন্নত শ্ৰেণীৰ শাক-পাচলিৰ বীজ আনি সেইবোৰ খেতিৰ প্ৰচলন কৰিছে। স্বাধীনোত্তৰ কালত চৰকাৰে কৃষিৰ অগ্ৰগতিৰ বাবে নানা কাৰিকৰী ব্যৱস্থা হাতত লৈছে। এতিয়া ভাটিৰ কালৰ আৰু দক্ষিণ-পূব

এচিয়াৰ উন্নত শ্ৰেণীৰ ধান, গম আদিৰ খেতি প্ৰবৰ্ত্তন কৰি কম সময়ৰ ভিতৰত অধিক শস্য উৎপাদন কৰিব পাৰিছে। নতুন জাতৰ ধানৰ ভিতৰত মাচুৰী বা আইজং, কালছাৰ— ১; পুছা ২-২১, কাবেৰী, আই আৰ- ৩৬, বালা, জয়া, ৰত্না, পঙ্কজ, মনোহৰ ধানৰ খেতি লাভজনক। এই কাৰণত আগৰ থলুৱা জাতৰ আহু, শালি আৰু বাও ধানৰ খেতি কিছু পৰিমাণে কমিছে। পূৰ্বৰে পৰা প্ৰচলিত অসমীয়া লোকৰ প্ৰিয় জলপান বোকা চাউলৰ খেতি অধুনা লুপ্তপ্ৰায় বুলি কব পাৰি। জিলাখনৰ দ' ঠাইত বিশেষকৈ বিল আৰু পিতনিবিলাকত বৰো নামৰ এবিধ ধানৰ খেতি প্ৰচলন কৰি সুফল পোৱা গৈছে।

অসম উপত্যকাৰ আন ঠাইৰ নিচিন'কৈ বৰপেটা অঞ্চলতো আম, কঁঠাল, জাম, লিচু, পনিয়াল, লেটেকু, নাৰিকল, বেল, আমলখি, কল, মধুৰিআম, খাজুৰ, অমিতা, কমলা, জৰা টেঙা, নেমুটেঙা, ঔ, বগৰী, ডালিম, মেৱা, আতলচ্, থেকেৰা, টেপৰ, আমৰা, কৰ্দৈ, জলফাই, শিলিখা, ভোমোৰা, বকুল আদি ফলৰ গছ আগৰ দিনৰ পৰাই আছে। তামোল আৰু পাণ কৃষিজাত প্ৰধান উৎপন্ন বস্তু। আজিকালি প্ৰগতিশীল কৃষকে দক্ষিণ ভাৰতৰ পৰা লং, এলাচি আৰু কাজু বাদামৰ সঁচ আনি আমাৰ ইয়াতো খেতি কৰি লাভবান হৈছে। আলুকৰ খেতি পুৰণি কালৰ পৰাই আছে। আগৰ দিনৰ বুৰঞ্জী আৰু শাস্ত্ৰত উল্লেখিত কিছুমান শস্য আৰু ফল-মূলৰ খেতি এতিয়া অপ্ৰচলিত হৈছে।

বৰপেটা চহৰৰ পৰা ৪১ কিঃ মিঃ উত্তৰে জিলাখনৰ একমাত্ৰ ফতেমাবাদ নামৰ চাহ বাগিচাখন অৱস্থিত। বজালীৰ উত্তৰে ফকিলাবাৰীত কেন্দ্ৰীয় চৰকাৰে এখন কৃষি পাম স্থাপন কৰিছে।

চলিত শতাব্দীৰ চতুৰ্থ দশকলৈ বৰপেটাত মাছ আৰু পাখীৰ উভৈনদী আছিল। কাৰৈ মাছ আৰু ম'হৰ এঠা দৈৰ নাম শুনিলে

অসমৰ লোকে বৰপেটাৰ কথা কৈছিল। সৰভোগ উৎকৃষ্ট ক্ৰীম, মাখন আৰু ঘিৰ উৎপাদন কেন্দ্ৰ আছিল। ঘৰচীয়া ম'হ পালনৰ অনুকুল পৰিবেশ থকা বাবে অসংখ্য ম'হৰ বাথান আছিল। তাৰ পৰাই চৰকাৰৰ যথেষ্ট ৰাজহ আদায় হৈছিল। Grazing কৰ আদায় কৰিবলৈ জিলা প্ৰশাসনে উপপ্ৰতি-সমাহৰ্ত্তা আৰু ম'হ চৰদাৰ বিষয়া নিয়োগ কৰিছিল। ম'হৰ প্ৰিয় খাদ্য খাগৰি, নল, ইকৰা, ঘাঁহ-বনে ভৰা গোবিন্দপুৰ, ফুলৰা, কাৰৈমাৰী, ময়নামাতা, বাঘমাৰা প্ৰমুখ্যে ম'হ ৰিজাৰ্ভৰ চৰণীয়া পথাৰবোৰ এতিয়া উদং হৈ পৰিল। ইয়াৰ ফলত দুগ্ধজাত উৎপাদন কমি গৈছে। মাছৰ ক্ষেত্ৰতো তেনেকুৱাই হৈছে। ৰৌ, বৰালি, চিতল, আৰি, ভকুৱা, মিৰিকা, কুৰিহা, চেনি পুঠি, কাৱৈ, মাগুৰ, শ'ল, শাল, গৰৈ, কান্ধুলি, বাহু, বছা, কচ, ভাঙন, চেলেকনা, শিংৰা, পুঠি, খলিহা, কৰতী আদি নানা তৰহৰ মাছেৰে ভৰপূৰ গভীৰ নৈ, জান-জুৰি, বিল-ডোৱা আদিও কালক্ৰমত তৰাং পৰি আহিল। বৰনদী ব্ৰহ্মপুত্ৰৰ পাৰেদি মথাউৰি হোৱাৰ ফলত বাৰিষা ভিতৰুৱা অঞ্চললৈ মাছৰ উজান এেকপ্ৰকাৰ বন্ধ হোৱা বাবে মাছৰ স্বাভাৱিক উৎপাদন কমি আহিছে। এলেং, পাভ, গাগল আদি কিছুমান সোৱাদ মাছৰ জাত বৰপেটা অঞ্চলত লুপ্তপ্ৰায় বুলি কব পাৰি। মাছৰ বাঢ়ি অহা অভাৱ দূৰ কৰিবলৈ চৰকাৰে মীন পালনৰ বাবে বিজ্ঞানসম্মত ব্যৱস্থা হাতত লৈছে। এতিয়া চৰকাৰৰ সহায়-সহযোগত ৰাইজেও গাৱেঁ-ভূঁয়ে খাল-পুখুৰী খান্দি তাত 'কমন কাৰ্প', 'চিলভাৰ কাৰ্প' 'গ্ৰাছ কাৰ্প', 'জাপানী কাৱৈ', 'চীনা পুঠি' আদি বিদেশৰ পৰা আমদানি কৃত মাছৰ খেতি কৰি জন-সাধাৰণৰ চাহিদা কিছু পৰিমাণে পূৰণ কৰিব পাৰিছে।

**বাণিজ্য—** আগৰ দিনত যেতিয়া মুদ্ৰাৰ প্ৰচলন নাছিল, তেতিয়া

লোকৰ মাজত বিনিময় প্ৰথা চলিছিল। ১৮৫৩ চনত অসমৰ প্ৰশাসন সম্পৰ্কে বিচাৰ কৰিবলৈ অহা মিল্‌ছ চাহাবৰ প্ৰতিবেদন মতে থলুৱা মানুহ অতি সাধাৰণ খাদ্য, বস্ত্ৰ আৰু বাস-গৃহতে সন্তুষ্ট হৈছিল। তেওঁলোকৰ দৈনন্দিন জীৱন নিৰ্বাহৰ বাবে প্ৰয়োজনীয় দ্ৰব্য-সামগ্ৰী যেনে, চাউল, দাইল, ফলমূল, শাক-পাচলি, মিঠাতেল, চাকি জ্বলোৱা এৰাগছৰ তেল, কপাহী বস্ত্ৰ আদি তেওঁলোকে নিজে খেতিৰ দ্বাৰা উৎপন্ন কৰিছিল। কাপোৰ, কপাহী আৰু মুগা সূতা, চাউল, দাইল, হালধী, মিঠাতেল, ধপাত আৰু কানিৰ কাৰণে ঘৰে ঘৰে বিনিময় প্ৰথাত কিছু পৰিমাণে ব্যৱসায় চলিছিল। কোচ আৰু আহোম যুগত সোণ আৰু ৰূপৰ টকা আৰু কড়িৰ প্ৰচলন আছিল। কোচ ৰজাৰ মুদ্ৰাক ৰজাসকলৰ "নাৰায়ণ" উপাধি অনুসৰি "নাৰায়ণী" মুদ্ৰা বুলিছিল। আহোম ৰজাসকলৰ নিজস্ব মুদ্ৰা থাকিলেও, উনবিংশ শতাব্দীৰ আৰম্ভণিলৈকে তেওঁলোকে নাৰায়ণী মুদ্ৰাতো ৰাজহ গ্ৰহণ কৰিছিল (১)। ধান-মাহ আদি শস্য কিনা-বেচাত টকাতকৈ লোণ আৰু কানিৰ বিনিময়হে লোকে বেছি পচন্দ কৰিছিল বুলি ১৭৯২ চনত মোৱামৰীয়া বিদ্ৰোহৰ সময়ত অসমলৈ অহা গৱৰ্ণৰ-জেনেৰেল লৰ্ড কৰ্ণৱালিশৰ প্ৰতিনিধি কেপ্তেইন ৱেলচ্ চাহাবে লিখি থৈ গৈছে। এই লোণ তেতিয়া বিলাতৰ পৰা আমদানি কৰা হৈছিল আৰু কলিকতাইদি আমাৰ দেশলৈ আহিছিল। তাৰ আগতে মানুহে লোণৰ পৰিবৰ্ত্তে খাৰণি ব্যৱহাৰ কৰিছিল। কাহুঁদি খাৰলি অসমীয়াৰ এতিয়াও আদৰৰ বস্তু।

আগৰ দিনত বৰপেটা অঞ্চলত স্থলপথৰ অভাবত নদীয়েদি বেহা-বেপাৰ চলিছিল। ষোড়শ শতিকাত নাৱেৰে বেপাৰ কৰি

(১) খাঁ চৌধুৰী আমানত উল্লা আহমদৰ 'কোচবিহাৰেৰ ইতিহাস' পৃঃ ২৯০,-২৯১ (১ম খণ্ড)

হুৱা ধনী সদাগৰ সকলৰ ভিতৰত ভবানন্দ সাউদ প্ৰখ্যাত আছিল। পাছলৈ তেওঁ শ্ৰীশঙ্কৰদেৱ-শ্ৰীমাধৱদেৱৰ সান্নিধ্যলৈ আহি নাৰায়ণদাস ঠাকুৰ আতা নাম পাইছিল। বৰপেটা চহৰৰ পূব সীমাত অৱস্থিত নখাদ্দা নদীৰ বহৰত উনৈশ শতিকাৰ শেষ ভাগৰ পৰা প্ৰকাণ্ড, প্ৰকাণ্ড নাওবিলাক সুদূৰ গঙ্গা, পদ্মা, মেঘনা নদীয়েদি বৰ্ত্তমান বাংলাদেশৰ অন্তৰ্গত বৰিশাল, ঢাকা, চিৰাজগঞ্জ আদি নৈ-বন্দৰৰ পৰা বেহা-বেপাৰৰ কাৰণে বৰপেটালৈ আহিছিল। আঠ শ কুইন্টললৈকে বোজা কঢ়িওৱা এই নাওঁবিলাকে নাৰিকল, গুড় মিঠৈ আদি বস্তু আনিছিল আৰু যাওঁতে ধান, মৰাপাট আদি লৈ গৈছিল। ১৯৪৭ চনত পাকিস্তান গঠনৰ ফলত বৰপেটাৰ এই সমৃদ্ধিশালী কাৰবাৰ বন্ধ হয়গৈ।

বাউসী পৰগণাৰ হাদিৰাচকী অসমৰ পশ্চিম সীমান্তৰ প্ৰধান বাণিজ্য-কেন্দ্ৰ আছিল। ১৭৯৩ চনৰ ২৮ ফেব্ৰুৱাৰীত ৰজা গৌৰীনাথ সিংহ আৰু কেপ্তেইন ৱেলচ্‌ৰ মাজত সম্পাদিত চুক্তি অনুসৰি আমদানি-ৰপ্তানী সামগ্ৰীৰ ওপৰত শুল্ক আদায়ৰ বাবে হাদিৰাত চকী স্থাপিত হৈছিল। আহোম ৰজাই হাদিৰাত দুৱৰীয়া বৰুৱা নিযুক্ত কৰিছিল। তেওঁ সেই সময়ত বৃটিশ ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত থকা বঙ্গদেশৰ লগত বহিঃপৰিক্ৰমাৰ কামও চলাইছিল। ইউৰোপীয়ান সকলে হাদিৰাচকীক কান্ধাৰ বা আসাম চকীও বুলিছিল। দুৱৰীয়া বৰুৱাই বঙ্গদেশৰ লগত একচেতীয়া বেপাৰ বাণিজ্যৰ স্বত্ত্ব ভোগ কৰিছিল। তাৰ বাবে তেওঁ বছৰি নবৈ হাজাৰ টকা আহোম ৰজাক কৰ দিব লাগিছিল। দুৱৰীয়া বৰুৱাই অসমৰ বেপাৰী সকলৰ পৰা বয়-বস্তু লৈছিল আৰু বঙ্গদেশৰ বেপাৰীয়ে আনা বস্তুৰ লগত বিনিময় কৰিছিল। লগতে আমদানি-ৰপ্তানি দুয়ো বিধৰ ওপৰত শুল্ক আদায় কৰিছিল। ১৭৭১ চনৰ পৰা ১৮২৬ চনলৈ দুৱৰীয়া বৰুৱা সকল ব্ৰাহ্মণ

আছিল। তেওঁলোকৰ প্ৰথমজন আছিল লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী যোনে দ্ৰাবিড় দেশৰ পৰা আহি অসমত বসবাস কৰিছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ ককাদেউতা পৰশুৰাম বৰুৱা ব্ৰহ্মচাৰীৰ অনুগ্ৰহত হাদিৰাৰ দুৱৰীয়া বৰুৱা হৈছিল। ১৮১৬ চনত তেওঁৰ মৃত্যুৰ পাছত নাবালক পুত্ৰ হলিৰাম ঢেকিয়াল ফুকনে দুৱৰীয়া বৰুৱাৰ পদ পাইছিল। দেশৰ শাসনভাৰ ইংৰাজৰ হাতলৈ যোৱাত, ইষ্ট ইণ্ডিয়া কোম্পানীৰ এজেণ্ট ডেভিদ স্কটে নঁতুনকৈ মাটি বন্দোবস্তৰ বাবে হলিৰাম ঢেকিয়াল ফুকনক প্ৰধান কাৰ্যকাৰক নিযুক্ত কৰিছিল। বৰপেটাৰ বিজয়সিং চৰ্দাৰৰ বংশৰ হৰিপ্ৰসাদ চৌধুৰীয়ে হলিৰামৰ লগত হাদিৰাত চকীয়ালৰ কাম কৰিছিল। তেওঁৰ সৈতে বৰপেটা আৰু সুন্দৰীদিয়াৰ অনেক লোক ব্যৱসায় সূত্ৰে হাদিৰাচকীত আছিল। হাদিৰাৰ আশে-পাশে আৰু ডাঙৰ নদীবিলাকৰ পাৰৰ গুৰুত্বপূৰ্ণ ঠাইবিলাকতো বহুত শুল্ক-আবাস (custom house) আছিল। ডাঃ জন পিটাৰ ৱেডৰ 'An Account of Assam' ত দিয়া বিৱৰণৰ পৰা আমি জানিব পাৰোঁ যে, বাৰিষা কালত যেতিয়া হাদিৰাচকী জলমগ্ন হৈছিল, তেতিয়া দুৱৰীয়া বৰুৱা প্ৰমুখ্যে আহোম ৰজাৰ বিষয়াবৰ্গ ওচৰৰ ফুলবাৰী পাহাৰলৈ গৈ আশ্ৰয় লৈছিল। তাত শিৱলিঙ্গৰ এটা সাধাৰণ খেৰী মন্দিৰ আছিল। বুঢ়াগোঁহাই আহিলে তাত পূজা দিছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত ফুলবাৰীৰ বাসিন্দাসকল বঙ্গদেশলৈ আৰু পূজাৰীসকল কামৰূপলৈ গুচি গৈছিল; কিয়নো হাদিৰাৰ বৰুৱাই তেওঁলোকক ৰক্ষণাবেক্ষণ দিব নোৱাৰিছিল। ফলত পাহাৰখন বনে-জঙ্গলে ভৰি পৰিছিল আৰু মন্দিৰটো ধ্বংসপ্ৰাপ্ত হৈছিল। ইয়াৰ পিছত হেনো পাহাৰত এটা শিৱলিঙ্গ দেখা দিছিল আৰু চকীলৈ অহা বেপাৰীসকলে তালৈ গৈ লিঙ্গটো দৰ্শন কৰিছিল। ফুলবাৰী এতিয়া ব্ৰহ্মপুত্ৰৰ মাজত।

১৭৯৩ চনত হাদিৰাচকীত বঙালহাট নাম দি এখন বজাৰ খুলিছিল। তাত ইউৰোপীয়ান বণিকসকলে সোণৰ মুদ্ৰা বা কেঁচা সোণৰ বিনিময়ত হিলৈ-বাৰুদ বিক্ৰি কৰিছিল। পিছত যেতিয়া খাৰ-বাৰুদ স্থানীয়ভাৱে তৈয়াৰ হব ধৰিলে, তেতিয়া এই কাৰবাৰ বন্ধ হৈছিল (১)।

হাদিৰাচকীৰ পৰা ৰপ্তানী সামগ্ৰী আছিল প্ৰধানকৈ মুগা, লা, সোণ, হাঁতীদাঁত, গড়ৰ শিং, কপাহ, শুকান জলকীয়া, দেৱদাৰু কাঠ, আদা, সুমগা, সৰু ঘোঁৰা, চুপাৰি আৰু সৰিয়হ। আমদানি সামগ্ৰী আছিল প্ৰধানকৈ লোণ, তাম আৰু সীহ আদি ধাতু, কপাহ, বিলাতী পছম আৰু মছলা।

অসম ইংৰাজৰ অধীনলৈ অহাৰ পাছত ১৮৩৫ চনত হাদিৰাচকী উঠাই দিয়ে। বঙ্গদেশৰ লগত স্বাধীনভাৱে বেপাৰ-বাণিজ্য আৰম্ভ হয়। ডেভিদ স্কট চাহাবে স্থানীয় লোকক বিলাতী বস্তুৰ প্ৰতি আকৃষ্ট কৰিছিল। লাহে লাহে বৰপেটা চহৰ আৰু বেপাৰৰ সুবিধাজনক ঠাইবিলাকত হাট আৰু বজাৰ স্থাপিত হৈছিল। ঢাকা আৰু কলিকাতাৰ পৰা বিদেশী সূতা-কাপোৰ, খাদ্য, বিলাসিতাৰ সামগ্ৰী, লোণ, কানি, পছমী কাপোৰ, চিনি, নাৰিকল তেল, লাহি চাউল ইত্যাদি বস্তু লৈ মাৰোৱাৰী আৰু বঙালীসকল অসমলৈ আগমন কৰিছিল। ইয়াৰ আগতে মুছলমানসকলে এই দেশলৈ চাবোন আৰু কাগজ আনিছিল।

ভুটানৰ দুৱাৰবিলাকেদিও সমতলৰ লগত বহু যুগ আগৰে পৰা বেচা-বেপাৰ চলি আহিছে। এনেকুৱা দুৱাৰ বৰপেটাৰ

(১) ড° লীলা গগৈৰ "The Buranjis-the historical literature of Assam" পৃঃ ৯৩৫।

উল্লেখৰত তিনিটা আছিল— চাক্লাকামাৰ, বিজনী আৰু চাপাগুৰি। উনৈশ শতিকাৰ মাজভাগলৈ এইবোৰ দুৱাৰ ভুটান ৰজাৰ অধীনত আছিল। বৰপেটাত মানৰ আক্ৰমণৰ সময়ত (১৮২২-২৪) সুবিধা বুজি ভুটীয়া লোকে বহুত অসমীয়া লোকক দাস হিচাপে ভুটানলৈ লৈ গৈছিল। বিপদৰ সময়ত সমতলৰ লোকে ভুটান দুৱাৰবিলাকত আশ্ৰয় লৈছিল। ভুটানৰ পৰা সৈন্ধব লবণ, সোণৰ চেকুৰা, পছমীৰ বস্ত্ৰ, ঘোঁৰা, চীনা ৰেচম, কস্তুৰী, চোৰৰ, অগৰু কাঠ আদি বস্তু আমদানি কৰা হৈছিল। ভুটানলৈ গৈছিল কপাহী কাপোৰ, লো, জন্তুৰ ছাল, ম'হৰ শিং, এড়ী সূতা আৰু কাপোৰ, মণি-কোৰাল, শুকান মাছ ইত্যাদি। আধুনিক কালত এই বাণিজ্য ভালেখিনি সম্প্ৰসাৰিত হৈছে।

১৮৯৭ চনৰ বৰ ভুমিকম্পত বৰপেটা আৰু চুবুৰীয়া অঞ্চল ভালেখিনি তললৈ বহি যোৱাৰ কাৰণে ব্ৰহ্মপুত্ৰৰ বানপানীয়ে প্ৰতি বছৰে খেতি পথাৰত বিস্তৰ ক্ষতি সাধন কৰিছিল। সেইবাবে বৰপেটীয়া লোকে কৃষিকৰ্ম এৰি বেপাৰ-বাণিজ্যত মনযোগ দিছিল। তেওঁলোকে বেপাৰৰ সুবিধা বিচাৰি আগৰ গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাওঁ জিলাৰ ভিতৰুৱা ঠাইবোৰত প্ৰৱেশ কৰিছিল। ১৯০৫ চনৰ কামৰূপ জিলা গেজেটিয়াৰত বি. চি. এলেন চাহাবে লিখিছিল—

'কামৰূপত প্ৰধানকৈ মাৰোৱাৰী সকল ৰপ্তানীকাৰী আছিল। কিন্তু বৰপেটা মহকুমাত প্ৰতিকূল পৰিবেশৰ কাৰণে এই অঞ্চলৰ বেপাৰীয়ে যথেষ্ট বুদ্ধি আৰু দক্ষতাৰ পৰিচয় দিব পাৰিছিল। তেওঁলোকে ওচৰ-পাঁজৰে সৰিয়হ শস্য কিনিয়ে ক্ষান্ত নাথাকিছিল— সুদূৰ উজনি অসমলৈ তেওঁলোকে কাৰ্য-কলাপ বিস্তাৰ কৰিছিল। বাৰিষা উজনিৰ মাজুলীলৈকে তেওঁলোকৰ বৰ নাওঁবিলাক দেখা গৈছিল। সেই সময়ত বৰপেটা অতি গুৰুত্বপূৰ্ণ বাণিজ্য-কেন্দ্ৰ আছিল।'

বাৰিষা কালত নদীৰ ঢলত বেকী-মানাহেৰে ভাহি অহা কাঠ ধৰাটো তেওঁলোকৰ প্ৰধান চখ আছিল। বহুতে এই কাঠৰ ব্যৱসায় কৰি জীৱিকা আৰ্জিছিল।

বৰ্ত্তমান কালত বৰপেটাৰোড অসমৰ ভিতৰত এখন প্ৰধান বাণিজ্য কেন্দ্ৰ হৈ উঠিছে। ইয়াৰ পৰা অসমৰ বিভিন্ন ঠাইলৈ তৰকাৰী ৰপ্তানি হয়। জিলাখনৰ আন বাণিজ্য কেন্দ্ৰ হ'ল হাউলী, পাঠশালা, বৰপেটা, আনন্দবাজাৰ আৰু বংগৰিহাট। হাউলীৰ পৰা অসমৰ বাহিৰলৈ প্ৰচুৰ পৰিমাণে চুপাৰী ৰপ্তানি হয়।

**বয়বস্তুৰ মূল্য** — ১৬৬১ শকৰ (১৭৩৯ খৃঃ) এখন তামৰ ফলি আৰু অন্যান্য সূত্ৰমতে ওঠৰ শতিকাত কিছুমান বস্তুৰ দাম এনেকুৱা ধৰণৰ আছিলঃ— ঠাই বিশেষে চাউলৰ মোণ (৩৭.৩২ কিলোগ্ৰাম) ২½ অনা, ৪ অনা আৰু ৮ অনা; লোণৰ সেৰত (১ কেজিৰ অলপ কম) ৪½ অনা, আৰু মোন হিচাপে ৫ টকাৰ পৰা ১০ টকালৈ, মিঠাতেল সেৰে ৪½ অনা, তামোল এটকাত ৫১২০ টা, পাণ ১ অনাত ২০/৪০ মুঠালৈ, মাটিকলাই মোনে ৫ অনাৰ পৰা ১০ অনালৈ, ছাগলী গোটে এটকা, হাঁহ ১টা ১ অনা, পাৰ ১ টা ১ পইচা, ধুতি ১ খন ৫ অনা, গামোচা ১ খন ৬ পইচা (তেতিয়াৰ হিচাব মতে ৩ পাই বা ৫ গণ্ডা কড়িত ১ পইচা, ৪ পইচাত ১ অনা আৰু ১৬ অনাত ১ টকা আছিল (আজিকালিৰ ১০০ পইচা)। পৰবৰ্ত্তী কালত স্বাভাৱিক ৰীতি অনুসৰি বয়বস্তুৰ দাম বৃদ্ধি হবলৈ ধৰিছিল; কিন্তু দ্বিতীয় মহাসমৰৰ (১৯৩৯-৪৫) আগলৈকে এনেকুৱা মূল্য বৃদ্ধিৰ ক্ৰম বৰ মন্থৰ আছিল— আধুনিক কালৰ নিচিনাকৈ 'আজি এক, কালি এক' নাছিল।

**শিল্প**— পুৰণি কালত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অভাৱত

ঘৰুৱা শিল্পই প্ৰাধান্য লাভ কৰিছিল। শঙ্কৰদেৱৰ আগৰে পৰা বৰপেটা অঞ্চলত বস্ত্ৰ শিল্প, কাঁহ-শিল্প, মৃৎ-শিল্প, স্বৰ্ণ-শিল্প আদিৰ প্ৰচলন আছিল। পঞ্চদশ শতিকাৰ আগ ভাগত উজনিৰ শিৱসাগৰৰ পৰা বহুত তাঁতীলোক আহি বৰপেটাত বসতি কৰিছিল। তেতিয়াৰে পৰা বৰপেটা ঠাইখন বয়ন কুটীৰ শিল্পৰ প্ৰসিদ্ধ কেন্দ্ৰ হৈ উঠে। তাৰ পাছত ১৫৬২-৬৩ খৃষ্টাব্দমানত কোচ ৰজা নৰনাৰায়ণে আহোম ৰাজ্য অভিযানৰ পৰা উভতি আহোঁতে লগত বহুতো তাঁতী আৰু আন শিল্পী আনি ভৱানীপুৰ, কালজাৰ, বৰনগৰ আৰু নৱনগৰত স্থাপন কৰিছিল। কালজাৰৰ কুঁৱা-নাদৰ পাট প্ৰখ্যাত আছিল। কপাহী বস্ত্ৰৰ উপৰিও যুগী সম্প্ৰদায়ৰ লোকে পাট-মুগাৰ পলু পুহি কাপোৰ তৈয়াৰ কৰিছিল। বৰনগৰীয়া পাটৰ শাড়ী বিখ্যাত আছিল। এড়ী বস্ত্ৰ-শিল্প আদিম যুগৰ পৰাই চলি আহিছিল। প্ৰধানকৈ বড়ো জাতিৰ লোকে এড়ী সূতা আৰু তাৰ পৰা বস্ত্ৰ নিৰ্মাণ কৰিছিল। বস্ত্ৰসূতাত ৰং দিয়াৰ বাবে কিছুমান গছৰ শিপা আৰু বাকলি আদিৰ লগত নীল আৰু লা মিহলাই ৰং প্ৰস্তুত কৰিছিল। শঙ্কৰী যুগত পৰ্হি কাপোৰ বুলি এবিধ বিশেষ ধৰণৰ কাপোৰ তৈয়াৰ কৰা হৈছিল। ইয়াৰ বিশেষত্ব আছিল এয়ে যে, এই কাপোৰৰ এফালে উম লগাইছিল আৰু আন পিঠিয়ে জুৰ লগাইছিল। বাউসী পৰগণাৰ জবাৰিকুছি গাওঁত উৎকৃষ্ট পৰ্হি কাপোৰ তৈয়াৰ হৈছিল। বৰ্ত্তমান নগাওঁ মৌজাৰ পুৱে জাত্ৰিকুছি নামৰ দ' পথাৰৰ এখন ঠাই আছে। এইখনেই বোধহয় আগৰ দিনৰ পৰ্হি বস্ত্ৰশিল্পৰ গাওঁ আছিল।

আৰ্য-সভ্যতা বিস্তাৰৰ লগে লগে বৰপেটা অঞ্চলতো বৃত্তিয়াল সম্প্ৰদায়ৰ লোক আহি কাঁহ-পিতল, লো, সোণ-ৰূপ, আঠাল মাটি, কাঠ আদি বস্তুৰ পৰা শিল্পজাত সামগ্ৰী প্ৰস্তুত কৰিবলৈ ধৰে। বৰপেটা চহৰৰ পৰা ১৭ মাইল পূব-উত্তৰে অৱস্থিত সৰ্থেবাৰী

গাওঁখন কঁাহৰ সাজ বাচনৰ বাবে অসমৰ ভিতৰতে প্ৰসিদ্ধ ঠাই হৈ উঠে। বৰপেটাৰ স্বৰ্ণ শিল্প, লো-শিল্প, মৃৎ শিল্প আৰু হাঁতীদাঁতৰ শিল্পৰ সুনাম আছে। হাঁতীদাঁতৰ পৰা বাছুকবনীয়া খাৰু, আঙুঠি, লাঠিৰ চুলা, ক্ষুদ্ৰাকৃতিৰ সুবিখ্যাত সৌধ, মন্দিৰ ইত্যাদি নানা তৰহৰ অলঙ্কাৰিক বস্তু নিৰ্মিত হয়। বৰপেটা, সুন্দৰীদিয়া আদি সত্ৰৰ কীৰ্ত্তনঘৰৰ ভিতৰত থকা গুৰুআসন, কাঠৰ মূৰ্ত্তি, পিতলৰ বৰচৰিয়া, বৰঠগী, সহস্ৰ বন্তি আদি আৰু বেৰত কটা মূৰ্ত্তি আৰু চিত্ৰবোৰ স্থানীয় সুনিপুণ কাৰুকাৰ্যৰ নিদৰ্শন। বৰপেটাৰ আন এবিধ পুৰণি শিল্প আছিল কাঠৰ তৈয়াৰী ডাঙৰ, ডাঙৰ হোলোংনাও আৰু ৰঙ-বিৰঙৰ সৰু, সৰু খেল নাওবিলাক।

নানা বিধ লিখন সামগ্ৰী স্থানীয়ভাৱে প্ৰস্তুত কৰা হৈছিল। সাঁচি গছৰ বাকলিৰ পৰা সাঁচিপাত, শিমলু গছৰ তুলাৰ পৰা তুলাপাত, শিলিখা আৰু ষাড় গৰুৰ মূত্ৰৰ পৰা উৎকৃষ্ট মহী তৈয়াৰ কৰিছিল। 'ৰাজহাঁহ, গঙাচিলনী আদি ডাঙৰ জাতৰ চৰাইৰ পাখিৰ পৰা তৈয়াৰী কলমৰ ব্যৱহাৰ কুৰি শতিকাৰ আগ ভাগলৈ আছিল। নল-খাগৰি-ইকৰা, বাঁহৰ পৰাও কলম স্থানীয়ভাৱে মানুহে তৈয়াৰ কৰি লৈছিল। আগতে ঘৰ আৰু গড় নিৰ্মাণৰ কামত ব্যৱহৃত ইটাবোৰ মাটিমাহ, গুৰ, চূণ, মাছ, ধুনা আদিৰে প্ৰস্তুত কৰা হৈছিল। আন এবিধ উল্লেখনীয় কুটীৰ শিল্প হ'ল বাঁহ-বেতৰ সা-সঁজুলি। কেৱল সাধাৰণ শ্ৰেণীৰ লোকেই যে এইবিধ শিল্পত পটু আছিল, এনে নহয়; অভিজাত সম্প্ৰদায়ৰ লোকেও এই ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাইছিল। সুন্দৰীদিয়া গাওঁৰ বৰুৱা বংশৰ এজনে বেতৰদ্বাৰা আঠুৱা তৈয়াৰ কৰি লৈছিল।

খনিজ সম্পদৰ অভাৱত বৰপেটা অঞ্চলত কোনো গুৰু যন্ত্ৰ-শিল্প গঢ়ি উঠা নাই। বৰপেটা-ৰোডত বহুত ধান, গম, সৰিয়হ, কাঠ আদিৰ কল আছে। বৰপেটা চহৰ, পাঠশালা আৰু

আন দুই এখন ঠাইতো এনেকুৱা উদ্যোগ আছে।

**যাতায়াত—** আগৰ দিনত দেশৰ আন ঠাইৰ দৰে বৰপেটা অঞ্চলত স্থলপথেদি যাতায়াতৰ সুবিধা নাছিল বুলিলেই হয়। হাবি-জঙ্গলেৰে পৰিপূৰ্ণ গাওঁ-ভূঁইবিলাকৰ নামমাত্ৰ সংযোগ পথ আছিল। মহাৰাজ নৰনাৰায়ণৰ ৰাজত্ব কালত কোচসকলে আহোমৰ বিৰুদ্ধে অভিযান চলোৱাৰ সুবিধাৰ্থে যুৱৰাজ কমলনাৰায়ণৰ হতুৱাই কোচবিহাৰৰ পৰা বৰপেটা অঞ্চলৰ সোঁ মাজেদি লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰলৈ যিটো আলিবাট সজাইছিল, সেইটো 'গোহাঁইকমল আলি' বুলি প্ৰখ্যাত। ইংৰাজ ৰাজত্ব আৰম্ভ হোৱাৰ পাছত এই আলিটোৰ ঠায়ে ঠায়ে কিছু পৰিবৰ্ত্তন ঘটাই উত্তৰ ট্ৰাঙ্ক ৰোড নিৰ্মাণ কৰা হৈছিল। এই আলিবাটটো বৰপেটা জিলাৰ পশ্চিমে ভলুকাডোবাৰ পৰা আমগুৰি, হালাপাকুৰী, হাউলী, কলজাৰ, টাপা, গন্দিয়া, ভৱানীপুৰ, পাঠশালা আৰু পাটাছাৰকুছি স্পৰ্শ কৰি নলবাৰী জিলাত সোমাইছে। স্বাধীনতাৰ পাছত ৩১ নং ৰাষ্ট্ৰীয় ঘাইপথে দেশৰ আন ঠাইৰ সৈতে বৰপেটা সংযোগ কৰিছে। জিলাখনৰ প্ৰধান ঠাইবোৰ সংলগ্ন কৰি বহুতো পকী পথ নিৰ্মাণ হোৱাত পৰিবহনৰ যথেষ্ট সুবিধা হৈছে।

পুৰণি কালত বৰপেটা অঞ্চলত নৌকা যাতাযাতৰ প্ৰধান উপায আছিল। চাৰিও দিশে নৈ, জান-জুৰি থকা বাবে জলপথেদি চলাচল সুগম আছিল। গুৱাহাটী মোগলৰ অধীনত থকা কালত এটা চৰকাৰী সমীক্ষা মতে এটা মাহত ব্ৰহ্মপুত্ৰইদি ৩২,০০০ খন নৌকা অহাযোৱা কৰিছিল। ১৮৪৭ চনৰ পৰা কলিকতা আৰু গুৱাহাটীৰ মাজত ব্ৰহ্মপুত্ৰ নৈয়েদি প্ৰথমতে ইঞ্জিন চালিত মোটৰ বোট চলাচলৰ ব্যৱস্থা হৈছিল। ১৮৬১ চনৰ পৰা ইণ্ডিয়ান ষ্টীম নেভিগেচন কোম্পানীৰ মালবাহী জাহাজ ব্ৰহ্মপুত্ৰইদি নিয়মিত

ভাৰে চলাচল কৰিব ধৰিছিল। প্ৰথমতে এই মালবাহী জাহাজতে টিকট লৈ যাত্ৰীয়ে ভ্ৰমণ কৰিছিল। ১৮৮৩ চনত খোলাবান্ধাত জাহাজঘাট স্থাপিত হোৱাত বৰপেটাৰ পৰা কলিকতালৈ আৰু উজনিৰ ফালে গুৱাহাটী, তেজপুৰ আদি চহৰলৈ চলাচল সুগম হৈ উঠিছিল। ব্ৰহ্মপুত্ৰৰ গতি উত্তৰমুখী হোৱা বাবে খোলাবান্ধা যেতিয়া চৰ হৈ নদীৰ মাজত পৰে, তেতিয়া জাহাজঘাট ভাৱাবাৰীলৈ স্থানান্তৰিত হৈছিল। পিছে গৰাখহনীয়াত ভাৱাবাৰীও নদীত বিলিন হৈ যোৱাত বহৰিহাটৰ পৰা ষ্টীমাৰ চাৰ্ভিচ চলিব ধৰে। চলিত শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ ভিতৰত এই পৰিবৰ্ত্তন ঘটিছিল।

১৯০৭-৮ চনত বৰপেটা মহকুমাৰ মাজেদি ইষ্টাৰ্ণ বেঙ্গল ৰেলৰে আৰম্ভ হৈছিল। সৰভোগ, সৰুপেটা আৰু পাঠশালাত ৰেলৰ ষ্টেচন স্থাপিত হৈছিল। কিছু বছৰ পাছত বৰপেটাৰোডত ৰেলষ্টেচন হোৱাত ঠাইখনৰ গুৰুত্ব ক্ৰমাৎ বাঢ়ি আছে। এই ৰেলপথটোৰ এটা শাখা সৰভোগৰ পৰা তেতিয়াৰ মহকুমাৰ সদৰ ঠাই বৰপেটা চহৰ সংলগ্ন কৰি জাহাজঘাট খোলাবান্ধালৈ নিয়াৰ কথা আছিল, আৰু এই বাবে সৰভোগৰ পৰা উত্তৰ টাঙ্ক ৰোডেৰে বৰপেটালৈ জৰীপ আৰম্ভ হৈছিল; কিন্তু শুনামতে স্থানীয় কিছুমান লোকৰ আপত্তিত সেই যোজনাটো কাৰ্যকৰী হৈ নুঠিল।

---

এই কিতাপখন লিখোঁতে তলত উল্লেখ কৰা গ্ৰন্থসমূহৰ বিষয় বস্তুৰ সহায় লোৱা হৈছে।


১। গুৰুচৰিত— ৰামচৰণ ঠাকুৰ বিৰচিত আৰু হৰিনাৰায়ণ দত্ত বৰুৱা সম্পাদিত।

২। শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ চৰিত— দৈত্যাৰি ঠাকুৰ বিৰচিত, ৰাজমোহন নাথ সম্পাদিত।

৩। শ্ৰীগুৰুচৰিত— ৰামানন্দ দ্বিজ কৃত।

৪। কথা গুৰুচৰিত— ইন্দ্ৰজিত গাভৰুগিৰী ৰচিত আৰু উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত।

৫। শ্ৰীশ্ৰীগোপালদেৱৰ চৰিত্ৰ— মোহন চন্দ্ৰ মহন্ত সম্পাদিত।

৬। শ্ৰীশঙ্কৰদেৱ শ্ৰীমাধৱদেৱ— লক্ষ্মীনাথ বেজবৰুৱা।

৭। শ্ৰীশ্ৰীশঙ্কৰদেৱ— ড° মহেশ্বৰ নেওগ।

৮। মহাপুৰুষীয়া ধৰ্ম্মৰ পঞ্চৰত্ন— অৰ্জ্জুন চন্দ্ৰ দাস।

৯। বৰপেটা সত্ৰৰ ইতিহাস— গোকুল পাঠক।

১০। প্ৰাচ্য শাসনাৱলী— ড° মহেশ্বৰ নেওগ সম্পাদিত।

১১। অসম দেশৰ বুৰঞ্জী— ড° লক্ষ্মীদেৱী।

১২। অসমীয়া সাহিত্যৰ ৰূপৰেখা— ড° মহেশ্বৰ নেওগ।

১৩। দামোদৰদেৱ চৰিত— নীলকণ্ঠ বিৰচিত।

১৪। দামোদৰদেৱ চৰিত (সন্ত যশামৃত)— ৰামৰায় বিৰচিত।

১৫। হৰিদেৱ চৰিত— দামোদৰ দেৱ গোস্বামী।

১৬। ঠাকুৰ চৰিত— ড° কেশৱানন্দ গোস্বামী সম্পাদিত।

১৭। কোচবিহাৰৰ ইতিহাস ১ম খণ্ড— খাঁ চৌধুৰী আমানত উল্লা আহমদ।

১৮। আনন্দৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ— ড° নন্দ তালুকদাৰ সম্পাদিত।

১৯। মনোমতী (উপন্যাস)— ৰজনীকান্ত বৰদলৈ।
২০। প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত— হৰিনাৰায়ণ দত্ত বৰুৱা।
২১। প্ৰাচীন ৰবনগৰ— চিন্তাহৰণ পাটগিৰি।
২২। মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ চৰিত চিন্তা— তীৰ্থলোচন তামুলী।
২৩। সুন্দৰীত শ্ৰীশ্ৰীমাধৱদেৱ, মাধৱ মঙ্গল ইত্যাদি— বীৰেশ্বৰ বৰুৱা।
২৪। 'জীৱনীমালা' আৰু 'বৰপাট'— বৰপেটা সাহিত্য সভা।
২৫। বজালীৰ ইতিবৃত্ত— মুনীন শৰ্ম্মা।
২৬। A History of Assam— E. A. Gait.
২৭। An Account of Assam— Dr. J P. Wade (Edit d by Benudhar Sarma).
২৮। Studies in the early history of Assam— Kanaklal Barua (Edited by M Neog).
২৯। The Buranjis— Historical Literature of Assam— Dr. Lila Gogoi.
৩০। Assam and neighbouring states— Dr. N. N. Acharyya.
৩১। Political History of Assam vol. 2— Dr. H. K. Barpuzari.
৩২। A statistical account of Assam— W. W. Hunter.
৩৩। Report on the province of Assam— A. M. Mills.
৩৪। District Gazeteers of Kamrup, 1905 and 1990.
৩৫। Anglo Assamese Relations, 1930— Dr. S. K. Bhuyan.
৩৬। স্বাধীনতা সংগ্ৰামত বৰপেটা— সতীশ শৰ্ম্মা।
৩৭। প্ৰসঙ্গৰ নিয়ম— কান্তিৰাম আতৈ বুঢ়াভকত।

# শুধৰণীৰ তালিকা

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ২ | ৫ | সম্বন্ধে | সম্বন্ধে |
| ১৪ | ১৬ | আধীবাসী | অধিবাসী |
| ৫৫ | ২৩ | স্থান | স্নান |
| ৭৫ | ১ | ইং ১৬৪ | ইং ১৬৪১ |
| ১৪৩ | ১৬ | গন্ধৰ্বজ্ঞান প্ৰবেশিক | গন্ধৰ্ব জ্ঞান প্ৰবেশিকা |
| ১৪৩ | ১৭ | সুৰঝঙ্কা | সুৰঝঙ্কাৰ |
| ১৫৭ | ১৯ | শুভ | শুভ |